# ॥ অবিৰত যাত্ৰা ॥

অসমৰ সাম্প্ৰতিক কালৰ পটভূমিত অসম সাহিত্য সভাই
আয়োজন কৰা উপন্যাস পাণ্ডুলিপি প্ৰতিযোগিতাত
প্ৰথম পুৰস্কাৰ প্ৰাপ্ত উপন্যাস

ৰীতা চৌধুৰী




বাণী মন্দিৰ
নতুন বজাৰ :: ডিব্ৰুগড়

*ABIRATA JATRA* : — A novel written by Rita Chowdhury. based on current situation of Assam, and woned Ist prize from Assam Sahitya Sabha. Published by Sri Surjya Hazarika, B. Com. of M s. Bani Mandir, New Market, Dibrugarh-786001. Assam. Price Rs. 10·00 (ten) only. Frist Published, May '81.

প্ৰকাশক :
শ্ৰীসূৰ্য্য হাজৰিকা
বাণী মন্দিৰ
নতুন বজাৰ, ডিব্ৰুগড়
পিন-৭৮৬০০১

প্ৰথম প্ৰকাশ : ১৮ বহাগ, ৫৩২ শঙ্কৰাব্দ, মে' ১৯৮১

বেটুপাত আৰু অলংকৰণ :
ত্ৰৈলোক্য দত্ত

মূল্য : দহ টকা মাত্ৰ

মুদ্ৰক :
শ্ৰীমতী মহামায়া ৰায়
চনেট প্ৰিন্টিং হাউচ
১৯, গোৱাবাগান ষ্ট্ৰীট
কলিকতা—৬

## অসম সাহিত্য সভাৰ একাষাৰ

অসম ১৯৭৯ চনৰ পৰা থৌকি-বাথৌ। ভাৰতৰ বহুল পটভূমিত অসম এখন ক্ষুদ্ৰ ৰাজ্য, অসমীয়া এটা ক্ষুদ্ৰ জাতিসত্তা। ভাৰতৰ স্বাধীনতা আন্দোলনলৈ অসমৰ বৰঙনিও কম নহয়, কিন্তু স্বাধীনতাৰ পিছত অসমে সদায় বঞ্চিতৰ দুখ অনুভৱ কৰি আহিবলগীয়া হৈছে। আন হাতে, এই সময় ছোৱাত হোৱা দ্ৰুত সামাজিক পৰিৱৰ্তনে পুৰনি মূল্যবোধ আঁতৰাই অনেক ক্ষেত্ৰত নতুন মূল্যবোধৰ প্ৰতিষ্ঠাৰ বাবেও বাট কাটিছে। শেহৰফালে এটা স্বাভাৱিক ভীতিৰ সঞ্চাৰ হৈছে— এই ক্ষুদ্ৰ জাতিসত্তা অবাঞ্চিত প্ৰব্ৰজনৰ ফলত নিজৰ ৰাজ্যতে সংখ্যালঘুত পৰিণত হোৱাৰ। ১৯৭৯ চনৰ শেহৰ পৰা সমগ্ৰ ৰাজ্য জুৰি বিদেশী নাগৰিকৰ সমস্যাৰ সমাধান বিচাৰি অসমে কৰা আন্দোলন মূলতঃ আত্মৰক্ষাৰ বাবে কৰা আন্দোলন। ইয়াৰ মাজেদি আমাৰ জাতীয় সামাজিক জীৱনৰ বিভিন্ন ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ আত্মপ্ৰকাশো মন কৰিবলগীয়া কথা।

অসমৰ এই পটভূমিত লিখা উপন্যাসৰ এটি প্ৰতিযোগিতাৰ প্ৰস্তাৱ দি ডিব্ৰুগড়ৰ 'বাণীমন্দিৰে' শ্ৰেষ্ঠ প্ৰতিযোগীক পুৰস্কৃত কৰিবলৈ ৫০০·০০ (পাঁচশ) টকা সভালৈ আগবঢ়োৱাৰ আগ্ৰহো প্ৰকাশ কৰে। তদুপৰি প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্থান পোৱা পাণ্ডুলিপি কেইটি প্ৰকাশৰ দায়িত্বও লবলৈ আগবাঢ়ি আহে।

অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সিমিতয়ে অনুভৱ কৰে যে— এই পটভূমিত যদি উপন্যাস-কলাৰ ফালৰ পৰা প্ৰশংসাযোগ্য ৰচনা লিখিত হয়, সি কেইবাটাও ফালৰ পৰা বৈশিষ্ট্যপূৰ্ণ হ'ব পাৰে : প্ৰথমতে—অসমত হোৱা জনজাগৰণৰ ঐতিহাসিক পটভূমি ধৰি ৰাখিব, দ্বিতীয়তে—সমকালীন মানুহৰ দৃষ্টিভংগীৰ ভিন্নতা আৰু ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ভিন্নতাৰ আভাস দিব আৰু তৃতীয়তে—অসমৰ মানুহক ভাৰতীয় হৈও অসমীয়া হিচাপে জীয়াই থকাৰ প্ৰেৰণা দান কৰিব।

সভাৰ ফালৰপৰা উপন্যাসৰ পাণ্ডুলিপি আহ্বান কৰা হয় আৰু মুঠ ৫৪ (চৌৱন্ন)-টি পাণ্ডুলিপি পোৱা হয়। এই সঁহাৰি বেছ উৎসাহজনক। পাণ্ডুলিপি সমূহ দুটা স্তৰত পৰীক্ষা কৰোৱা হয় আৰু পৰীক্ষক সকলৰ অভিমত অনুসৰি তলত দিয়াৰ দৰে স্থান নিৰ্ণয় কৰা হয়ঃ

১ম স্থান ঃ অবিৰত যাত্ৰা—ৰীতা চৌধুৰী
২য় স্থান ঃ সহোদৰ (এনাজৰী)—গুণসাগৰ দিহিঙ্গীয়া
৩য় স্থান ঃ হে স্বৰ্গ বিদায়—প্ৰভাত গোস্বামী

সৰহ সংখ্যক উপন্যাসেই আন্দোলনৰ বুৰঞ্জীৰ দৰে হোৱাত, উপন্যাস কলা ব্যাহত হৈছে। তথাপিও প্ৰতিগৰাকীৰ আন্তৰিক প্ৰচেষ্টা নিশ্চয় প্ৰশংসনীয়।

স্থান লাভ কৰা উপন্যাস কেইখনিকো অধিক উন্নত আৰু সুন্দৰ কৰাৰ থল আছে। আমি আশা কৰিছোঁ—এই সকল লেখক, লেখিকাই নিজৰ হাতৰ কাপক অধিক শক্তিশালী আৰু দক্ষ কৰি তুলিবলৈ সমৰ্থ হ'ব। আমি লেখক-লেখিকা কেই গৰাকীক অভিনন্দন জনাইছোঁ আৰু পুৰস্কাৰ আগবঢ়াই গ্ৰন্থ কেইখনি প্ৰকাশৰ দায়িত্ব লোৱাৰ বাবে ডিব্ৰুগড়ৰ 'বাণী মন্দিৰ'লৈ শুভেচ্ছা জ্ঞাপন কৰিছোঁ।

১ বহাগ /১৪ এপ্ৰিল, ১৯৮১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

### ঃ প্ৰকাশকৰ একাষাৰ ঃ

### ঃ অসমৰ সাম্প্ৰতিক কাল—১৯৭৯-৮০ চনৰ ইতিহাস ঃ

এই দুয়োটা বছৰৰ অশান্ত অসমৰ প্ৰায় প্ৰতিটো দিন, প্ৰতিটো ক্ষণৰ ওপৰত কেৱল অসমবাসীৰেয়েই নহয়, সমগ্ৰ ভাৰতবাসী তথা সমগ্ৰ পৃথিবীবাসীৰেই দৃষ্টি অনুসন্ধিৎসুক। এই ঐতিহাসিক তাতপৰ্য্য-পূৰ্ণ বছৰ দুটিত ঘটা ঘটনাৰাজিৰ ইতিহাস সংৰক্ষণ কৰাৰ মানসেৰে এই কালছোৱাৰ সমগ্ৰ ঘটনা-বিবৰণ সামৰি লিখা এখন উপন্যাস প্ৰতিযোগিতা পাতিবলৈ সিদ্ধান্ত লৈ সেই প্ৰস্তাৱ আমি **অসম সাহিত্য সভা**ৰ আগত ব্যক্ত কৰিছিলোঁ। উক্ত প্ৰতিযোগিতাত নিৰ্ব্বাচিত হোৱা প্ৰথম তিনিখন উপন্যাসৰ পাণ্ডুলিপি প্ৰকাশ কৰি উলিয়াবলৈও আমি প্ৰতিশ্ৰুতিবদ্ধ হৈছিলো, আমাৰ প্ৰাস্তাৱক সঁহাৰি জনাই **অসম সাহিত্য সভাই** অতি আন্তৰিকতাৰে উক্ত বিষয়-বস্তুৰ ওপৰত এখন উপন্যাস প্ৰতিযোগিতাৰ আহ্বান জানালে। অসমৰ বিভিন্ন প্ৰান্তৰৰ পৰা পোৱা ৫৪ খন পাণ্ডুলিপিৰ ভিতৰত—

ৰীতা চৌধুৰীৰ—অবিৰত যাত্ৰা
গুণসাগৰ দিহিঙ্গীয়াৰ—সহোদৰ

প্ৰভাত গোস্বামীৰ—হে স্বৰ্গ বিদায় নামৰ পাণ্ডুলিপিক যথাক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্থান প্ৰাপ্ত উপন্যাস হিচাপে নিৰ্ব্বাচন কৰি দিয়ে। নিৰ্ব্বাচিত এই তিনিওখন উপন্যাস যথা শীঘ্ৰে প্ৰকাশ কৰি উলিয়াবলৈ আমি উদ্যত হওঁ। অতি কম সময়ৰ ভিতৰত এই কাৰ্য্য কৰিব লগীয়া হোৱাত মুদ্ৰণ কাৰ্য্যত কিছু ভুল ভ্ৰান্তি ৰৈ যোৱাটো স্বাভাবিক। গ্ৰন্থ কেইখনৰ মানদণ্ড উচ্চ কৰিবলৈ আমি চেষ্টাৰ ত্ৰুটি কৰা নাছিলো যদিও কৰবাত যদি কিবা ভুল ত্ৰুটি প্ৰকাশিত হৈছে তাৰ বাবে আমি দুঃখিত। সদাশয় পাঠক বৃন্দই তেনে কিবা ত্ৰুটি দেখা পালে আমাক জনালে, ইয়াৰ পৰবৰ্ত্তি সংস্কৰণত শুদ্ধ কৰিবলৈ আগ্ৰহী হম।

আমাৰ এই প্ৰস্তাৰত **অসম সাহিত্য সভাই** আন্তৰিকতাৰে গ্ৰহণ কৰি উপন্যাস প্ৰতিযোগিতা খনি পৰিচালনা কৰি পাণ্ডুলিপি নিৰ্ব্বাচন কৰি দিয়াৰ বাবে **অসম সাহিত্য সভাৰ** প্ৰতি আমি কৃতজ্ঞতা জ্ঞাপন কৰিলো। নিৰ্ব্বাচিত উপন্যাস তিনিও খনৰ লিখক-লিখিকা ত্ৰয়ী তথা প্ৰতিযোগিতাত অংশগ্ৰহণ কৰা সদৌ জনলৈকে আমাৰ আন্তৰিক অভিনন্দন আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো। শেষত আমাৰ এই কাৰ্য্যৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জড়িত সকলো-লৈকে আমাৰ আন্তৰিক শলাগ জনালো।

ধন্যবাদ,

বিণিত
সূৰ্য্যকান্ত হাজাৰিকা

১৮ বহাগ, ৫৩২ শঙ্কৰাব্দ
বাণী মন্দিৰ : ডিব্ৰুগড়



## অসমীয়া ভাষা সাহিত্যলৈ আমাৰ সংযোজন

ডঃ ভূপেন হাজৰিকা

| | | | |
|---|---|---|---|
| ১। | সময়ৰ পখী ঘোঁৰাত উঠি | [ প্ৰবন্ধৰ সংকলন ] | ১০.০০ |
| ২। | বহ্নিমান ব্ৰহ্মপুত্ৰ | [ গীতৰ সংকলন ] | ৬.০০ |
| ৩। | সুন্দৰৰ নব বৰ অলিয়েদি | [ প্ৰবন্ধৰ সংকলন ] | ৮.০০ |

ডাঃ বীৰেন্দ্ৰ নাথ ডেকা

| | | | |
|---|---|---|---|
| ৪। | সংক্ৰমণ | [ উপন্যাস ] | ৮.০০ |

## অসম সাহিত্য সভাৰ দ্বাৰা পুৰস্কৃত উপন্যাস

ৰীতা চৌধুৰী

| | | | |
|---|---|---|---|
| ৫। | অবিৰত যাত্ৰা | [ প্ৰথম পুৰস্কাৰ প্ৰাপ্ত ] | ১০.০০ |

গুণসাগৰ দিহিঙ্গীয়া

| | | | |
|---|---|---|---|
| ৬। | সহোদৰ | [ দ্বিতীয় পুৰস্কাৰ প্ৰাপ্ত ] | ৯.০০ |

প্ৰভাত গোস্বামী

| | | | |
|---|---|---|---|
| ৭। | হে স্বৰ্গ বিদায় | [ তৃতীয় পুৰস্কাৰ প্ৰাপ্ত ] | ৭.০০ |

[ অলপতে প্ৰকাশ পাব ]

শেখৰজ্যোতি ভূঞাৰ অসমৰ সাংস্কৃতিক জগতৰ বিভিন্ন দিশৰ ওপৰত যুগুতুৱা এখন ভিন্ন স্বাদৰ প্ৰবন্ধৰ সংকলন : **উভতি চাওঁ** :


**বাণী মন্দিৰ**

**নতুন বজাৰ :: ডিব্ৰুগড়**


## প্ৰস্তাৱনা

এটা ছবিৰ দৰে সজোৱা ঘৰ। সম্পূৰ্ণ আধুনিক ধৰণৰ। ঘৰটোৰ ৰঙৰ লগত খাপ খোৱাকৈ দুৱাৰ খিৰিকীবোৰত পাতল আকাশী ৰঙৰ পৰ্দা লগোৱা। পদূলিমুখৰ পৰা ঘৰটো অলপমান ভিতৰলৈ সোমোৱা। একাষে এখন সুন্দৰকৈ কাটি থোৱা সেউজীয়া লন। আন এফালে পৰিপাটিকৈ সজোৱা ফুলনিত বিভিন্ন ৰঙৰ চিজন ফ্লাৱাৰৰ সমাৰোহ। পদূলি মুখৰ পৰা ঘৰৰ গাড়ীবাৰণ্ডালৈকে গোটেই বাটছোৱাত ৰঙা ইটাৰ টুকুৰা পৰা। কাৰোবাৰ শিল্পীসুলভ হাতৰ পৰশত গোটেই পৰিবেশ-টোৱেই যেন প্ৰাণ পাই উঠিছে। ঘৰটোৰ সন্মুখৰ গাড়ীবাৰণ্ডা খনত গাড়ী নাই। সোমবাৰৰ ৰাতিপুৱা। স্কুল-কলেজ-অফিচ আটাইবোৰ খোলা। ধৰি লব পাৰি ঘৰৰ ল'ৰা-ছোৱালী খিনি স্কুল বা কলেজলৈ আৰু ডাঙৰবোৰ কামে-কাজে গৈছে। ঘৰটো বৰ নিজম। এই নীৰৱতাৰ মাজতেই বাৰণ্ডাতে চকী এখন পাৰি অকলশৰে বহি আছে এগৰাকী বয়সস্থা মানুহ। তেওঁৰ কপালৰ আগৰ আৰু দুয়োকাষৰ কুমৰ চুলিবোৰ পকিছে। মুখখন উজ্জ্বল, শান্ত, সমাহিত। মানুহগৰাকী যে একালত অনিন্দ্য সুন্দৰী আছিল দেখিলেই অনুমান কৰি লোৱাত কষ্ট নহয়। হাতত এখন আধা পঢ়া কিতাপ লৈ মানুহ গৰাকী মনে মনে বহি আছে কিতাপ খনৰ মাজত আঙুলি এটা ভৰাই বন্ধ কৰি লৈ আছে, মানুহ গৰাকীয়ে পঢ়া নাই। পঢ়িবলৈ মন যোৱা নাই হয়তো। এইখিনি মুহূৰ্ত্ত সঁচাকৈয়ে ভাল নালাগে। বৰ ৰিঙা ৰিঙা লাগে মনটো। হাতত কিবা কাম থাকিলেও কৰিবৰ মন নাযায়। কাম আছেও সঁচাকৈ মানুহ গৰাকীৰ। একৈছ শতিকাৰ নৰপ্ৰাৰম্ভণত সাহিত্য সভাই আয়োজন কৰা দুমাহ পিছৰ আগন্তুক সমাৰোহলৈ তথ্য গধুৰ প্ৰবন্ধ এটা যুগুত কৰিছে তেওঁ। দুদিন মান পিছতেই নিবলৈ মানুহ আহিব। অথচ তেঁও সম্পূৰ্ণ কৈ লিখি অটাবই পৰা নাই। কিয় জানো কিবা-কিবি ভাবে মনটো খেলিমেলি হৈ আছে এইকেইদিন। বুকুৰ

বিষটোৱেও এই কেইদিন বৰকৈ আমনি কৰিছে। এটা অভিশপ্ত দিনৰ স্মৃতি বহন কৰি এই বুকুৰ বিষটো ৰৈ গৈছে। এইবোৰকেই ভাবিগুণি আনমনে বহি আছিল মানুহ গৰাকী। বৰ্ত্তমান সময়ৰ লব্ধ-প্ৰতিষ্ঠ সাহিত্যিকা বেগম মৰিয়ম।

সেই মুহূৰ্ত্ততে লোৰ গেটখন খুলি কেবাটাও ডেকাল'ৰা ঘৰটোলৈ সোমাই আহিল। বেগম মৰিয়মে মুখখন ঘূৰাই চালে। এটা আনন্দৰ হাঁহি বিৰিঙি গ'ল তেওঁৰ বয়সকুঞ্চিত গাল-মুখৰ ওপৰেদি। যাহওক কিছু সময় তেওঁ অসহ্য সময়খিনি কথা পাতি কটাব পাৰিব।

ল'ৰাকেইটা দীঘল দীঘল খোজেৰে সোমাই আহিল। সিহঁতৰ খোজ-কাটলত কোনো জড়তা নাই। এইখন ঘৰলৈ সিহঁতৰ অবাধ গতি। বেগম মৰিয়মৰ ল'ৰা-ছোৱালীহাল ৰিয়াজ আৰু নাজ্‌মা সিহঁতৰ ভাল বন্ধু। ৰিয়াজ সিহঁতৰ 'মাতৃসংঘ'ৰ কেন্দ্ৰীয় পৰিচালক গোটৰ সদস্যও।

"খুৰীটি—গ্ৰেটনিউজ! চাহ ৰেডি কৰক জলদি।"

হাঁহিৰে চকুমুখ ভৰাই তুলি এটাই দূৰৈৰ পৰাই চিঞৰি আহিল।

: হ'ব আহাঁ। তোমাৰতো 'গ্ৰেটনিউজৰ' বাহিৰে আন সাধাৰণ নিউজ নাথাকেই—হাঁহিমুখে মাতিলে তেওঁ।

বাকীকেইটাৰ সামান্য আগে আগে গপ্‌গপাই উঠি আহিল ল'ৰাজন।

: খুৰীটি—আপুনি মোক অলপো বিশ্বাস নকৰে। আজি সঁচাকৈয়ে গ্ৰেট নিউজ।

: বিশ্বাস কৰিছোঁ বাৰু আজি। আহাঁ ভিতৰতে বহি কবাহি। ল'ৰাকেইটাক ভিতৰলৈ মাতি নি বহিবলৈ দিলে মানুহ গৰাকীয়ে।

নিজেও মূঢ়া এটা টানি লৈ বহিল।

: ওঁ—এতিয়া কোৱাচোন বাৰ্ত্তাবাহক প্ৰৱৰ—আজিৰ গ্ৰেট-নিউজৰ উৎপত্তিস্থান কি ?



: বিশ্বাস নকৰে নহয় ? কিন্তু আপুনিতো নাজানে যে আজিৰ গ্ৰেট-নিউজৰ 'পইণ্ট অব চ'ৰ্চ' আমাৰ আদি আৰু অকৃত্ৰিম খুৰীটি।

: মই ?

: অ'—

: কেনেধৰণৰ ?

: আগতে কওক কি খুৱাব ?

: আস্! খবৰটোতো আগতে কোৱা।

: ওহোঁ—আগতে মিঠাই—

"এই ৰ'চোন পঙ্কজ। দিগ্‌দাৰ দিছ কেলেই ?" আন এটাই শাসনৰ সুৰত ক'লে। তাৰ পিছত মানুহ গৰাকীৰ ফালে চালে—

: খুৰীটি—'সন্ধানে' আয়োজন কৰা প্ৰতিযোগিতাত আপোনাৰ "দুৰন্ত মনে—" শ্ৰেষ্ঠ পুৰস্কাৰ পাইছে।

: সঁচা ?—আনন্দত উজ্জ্বল হৈ গ'ল বেগম মৰিয়মৰ মুখমণ্ডল।

: দিলি চাচ্‌পেন্সটো মাটি কৰি। ৰ—ম'ই কম মৃণাল! মাজতে বাধা দিলে পঙ্কজে—আৰু নিজে কোৱাত লাগিল।

: খুৰীটি—গ্ৰেট নিউজ হয়নে নহয় কওক ?

: ওঁ—হয় বাৰু। পিছে খবৰটো ক'ত পালা শ্ৰীমান বহুবক্তী ?

"বাঃ! সচাঁয়ে বঢ়িয়া নাম দিছে 'বহু-ব-ক্তী। ঠিক কথা খুৰীটি, এই শ্ৰীমানক 'বহু-ব-ক্তী' বুলিলেই খুব শুৱায় নহয় ?"

"উঃ আচল কথালৈ নাহা কিয় ?"

"আচৰিত লাগে কিয় জানে খুৰীটি—এই শ্ৰীল শ্ৰীযুক্ত বহুবক্তী, বৰদলৈ থাকোতে আপুনি আকৌ সুধিছে খবৰটো ক'ত পালোঁ ? কিয় ? মই থাকোতে কিয় এই প্ৰশ্নৰ অৱতাৰণা হ'বলৈ পালে—"

"এই—তই মনে মনে থাক"—

"কিয় থাকিম অ'—তই ভাবিছ নেকি—কথাই কথাই মেৰিয়াই মেলাই মিঠাই আদায় নকৰালৈকে মই ক্ষান্ত হম ? ওহোঁ—কদাপি

ন'হব—জীয়াই থাকোঁতে মই তহঁতৰ আস্ফালন সন্তৱ কদাপি নহ'ব—ওঁ—খুৰীটি—তাৰপাছত—সন্ধানৰ কাৰ্য্যালয়ৰ পৰা—মনে মনে গৈ খবৰটো উলিয়াই—অনাৰ ক্ৰেডিত—এই শ্ৰীমানৰ।"

"তোমাৰ পৰা নোৱাৰি আৰু"—হাঁহি পেলালে মানুহ গৰাকীয়ে।
"তাৰমানে খবৰটো ঘোষণা এতিয়াও কৰা নাই ? কিয় কৰিব ? আই মীন এই বহুবক্সী বৰদলৈক খবৰটো প্ৰচাৰ কৰাৰ কৃতিত্বৰ পৰা বঞ্চিত কৰি সিহঁতে ঘোষণা কৰিব ? সাহস আছে সিহঁতৰ—ও-ও-দিয়ক-মিঠাই দিয়ক।"

অগত্যা বেগম মৰিয়ম উঠি আহিল আৰু টকা উলিয়াই দিলে। টকা কেইটা হাতত লৈয়ে দুপ্ দুপাই ওলাই গ'ল পঙ্কজ। লগত এটাকো নিনিলে। যাওঁতে দূৰৰ পৰাই চিঞৰি কৈ গ'ল—

"এয়াই শেষ নহয় কিন্তু খুৰীটি। খুৰাদেউ আহিলে এবাৰ, ৰিয়াজ আহিলে এবাৰ, নাজ্‌মা আহিলে এবাৰ।"

পঙ্কজৰ কাণ্ড দেখি হাঁহিলে আটাই কেইটাই।

"কিযে এইটো"—এটাই মন্তব্য দিলে।

"ওঁ—সৰুৰে পৰাই সি এনেকুৱাই।" প্ৰশ্ৰয়ৰ হাঁহিৰে বেগম মৰিয়মে ক'লে। তাৰ পাছত ল'ৰাকেইটালৈ চালে—

"কলেজলৈ নগলা আজি ?"

"নাই নগলোঁ খুৰীটি।"

"কেলেই ?"

"আপুনি জানেই নহয় খুৰীটি, অহা জানুৱাৰীত 'একবিংশ-শতিকাৰ আদৰণী'ত আমি এটা সপ্তাহ জোৰা কাৰ্য্যসূচী লৈছোঁ ?"

"ওঁ জানো। 'মাতৃসংঘ'ৰো ২১ বছৰ মানেই হ'ব হ'বপায় পিছে ?"

"তাৰেই পৰিপ্ৰেক্ষিতত 'সংস্কৃতি'ৰ আমি এটা বিশেষ পৰিবৰ্দ্ধিত সংখ্যা উলিয়াবলৈ ঠিক কৰিছোঁ। ভাবিছোঁ মাতৃসংঘৰ প্ৰতিষ্ঠা কালৰ সদস্য সকলৰ লেখনি তাত প্ৰকাশ কৰিম। সেয়ে বাতৰি কাকতত পুৰণিচাম সদস্যলৈ অনুৰোধ এটা জনাইছিলোঁ। তাৰে বিভিন্ন ঠাইৰ



পৰা দ'ম দ'ম চিঠি-পত্ৰ প্ৰবন্ধ-পাতি আহিছে। মই আৰু ইনামুলে তাকেই পঢ়িমেলি ঠিক কৰি আছোঁ। সময়োতো বিশেষ নাই।"

"অ' কথাটো হওঁতে হয়। কাৰ কাৰ চিঠি পাইছা মৃণাল ?"

"আটাইবোৰ নাম মনত নাই। কিন্তু 'মাতৃসংঘ'ৰ তেতিয়াৰ প্ৰতিষ্ঠাতা আৰু পৰিচালক গোটৰ সদস্য তিনিজনৰ চিঠি পাইছোঁ।"

"কোন্‌বোন"—অলপ সচকিত হ'ল যেন বেগম মৰিয়ম। তেওঁৰ ওঁঠযোৰ সামান্য কঁপি উঠিল।

"এখন চিঠি আহিছে বৰপেটাৰ পৰা। কোনোবা কুনাল চৌধুৰী।"

"কুনাল চৌ-ধু-ৰী"—নামটো লাহে লাহে উচ্চাৰণ কৰিলে বেগম মৰিয়মে। "ওঁ আৰু ?"

"আৰু—আৰু এখন আহিছে মাৰ্ঘেৰিটাৰ পৰা। কোনোৱা পৃথিৱী বৰুৱাই লিখিছে।"

"পৃথিৱী ! পৃথিৱী চলিহাই ?" উচপ খোৱাৰ দৰে সুধিলে বেগম মৰিয়মে। তাৰ পাছত হঠাৎ শান্ত হৈ গ'ল।

"পৃথিৱী চলিহা নহয় খুৰীটি। পৃথিৱী বৰুৱা।" সামান্য অবাক হ'ল মৃণাল। "আপুনি চিনি পায়নেকি ?"

"ওঁ—পাওঁ .." এটা যেন উত্তেজনাৰে উত্তৰ দিলে তেওঁ। তেওঁৰ মনটো তেতিয়া বৰ্তমানৰ পৰা অতীতলৈ ক্ষিপ্ৰগতিৰে অহাযোৱা কৰি আছিল। তেওঁৰ চকুৰ আগত ভাঁহি উঠিছিল এখন সহজ শান্ত মুখ আৰু এযোৰ তীব্ৰ চকুৰ ছবি। সেই ছবি পৃথিৱী চলিহাৰ।

"আন এখন আহিছে ডিবৰু নে কিবা চাহ বাগিচা এখনৰ পৰা। কোনোবা যোচেফ থমাচে লিখিছে।

"অ'—যোচেফ—। যোচেফ থমাচ।" বেগম মৰিয়মে লাহেকৈ ক'লে। "মই এওঁলোকক আটাইবোৰকে চিনি পাওঁ মৃণাল-ইনামুল। কুনালক অৱশ্যে এবাৰহে লগ পাইছিলোঁ। কি লিখিছে তেওঁলোকে ?"

'আটাই কেইজনেই সংঘৰ দীৰ্ঘায়ু কামনা কৰিছে। কুনাল চৌধুৰীয়ে

প্ৰবন্ধ এটা পঠাব বুলি লিখিছে। যোচেফ থমাচ আৰু পৃথিৱী বৰুৱা দুয়ো জনেই জানুৱাৰীত আহিব বুলি জনাইছে।”

“আস্—বাৰু—।”

“খুৰীটি !—”

“কোৱাঁ ইনামুল—।”

“আপুনিওতো ‘মাতৃসংঘ’ৰ প্ৰতিষ্ঠাতা সদস্যা আছিল নহয় জানো ?”

“প্ৰতিষ্ঠাতা সদস্যা নহয় ইনামুল, কৰ্মী শাখাৰ সদস্যাহে আছিলোঁ।” বিষণ্ণ ভাৱে হাঁহিলে বেগম মৰিয়মে। প্ৰতিষ্ঠাতা সদস্য সকলৰ লগত অভিন্ন ভাৱে কাম কৰাৰ অনন্য সৌভাগ্য ঘটিল তেওঁৰ। অথচ সেই সময়ত কিমান সৰু কিমান সাধাৰণ আছিল তেওঁ।

“বাৰু খুৰীটি”—

“ওঁ—”

“আপুনিতো সেইসময়ৰ প্ৰায়বিলাক ঘটনাই জানে ?”

“ওঁ—জানো—বেছিভাগেই।”

“সেই বোৰ ঘটনাৰ ওপৰতে ভিত্তি কৰি আপুনি এখন উপন্যাস লিখক না ‘সংস্কৃতি’ৰ বাবে—।”

“উপন্যাস ? মই ?” চমকি উঠিল তেওঁ। সেইদিনৰ ঘটনাক সমল কৰি উপন্যাস লিখিব তেওঁ ? সেই ৰক্তক্ষৰা বিস্মৃত ইতিহাস তেওঁ আকৌ জীয়াব শব্দ গঙ্গা নমাই ? অলপ লৰালৰিকৈ ক'লে বেগম মৰিয়মে—

“কিয় নোৱাৰিব খুৰীটি ; অলপ কষ্ট কৰি আপুনি লিখিলে আজিৰ ল'ৰা-ছোৱালীয়ে কিছু কথা অন্ততঃ জানিব পাৰিব। সামগ্ৰিক ভাবে সেই ছোৱা কালক কিছু জানো যদিও—বহু জীৱনৰ কষ্ট স্বীকাৰৰ কাহিনী আমি নাজানো—জনাবলৈ কোনো নাই কাৰণে।”

“ওঁ—বাৰু মই চিন্তা কৰি লম ইনামুল।”

সেই মুহূৰ্ততে দুহাতে দুটা মিঠাইৰ টোপোলা লৈ পঙ্কজ দুপ্‌দুপাই সোমাই আহিল।

“বচ্ আহি গলোঁ খুৰীটি। দোকানত জানো কম ভিৰ ! কিন্তু এই



শ্ৰীমানক থিয় কৰাই থব কাৰ সাধ্য ? সেয়ে গলোঁ আৰু আহিলোঁ। একেবাৰে গৰম। বনাইছিলহে মাত্ৰ। গৰম খবৰৰ লগত গৰম গৰম বস্তু বেছ জমিব। কি কৱ ইনামুল— মৃণাল—নিকুঞ্জ ?”

হাঁহি-ধেমালিৰ মাজেৰে চাহ-তাহ খাই আটাই কেইটা যাবলৈ উঠিল।

“যাওঁ খুৰীটি। আপুনি অলপ কষ্ট কৰি লিখিব আৰু। আপোনাৰ ওচৰলৈ অহাৰ সেইটোও এটা কাৰণ। অ’ আৰু এটা কথা। দুটামান প্ৰবন্ধ আমি বাচি থৈছোঁ। আবেলি দি যামহি অলপমান চাই দিব।”

‘বাৰু। মই চেষ্টা কৰিম।’

“মোৰ কিন্তু লিখা মেলাৰ চিন্তা ভাৱনা নাই। বহুবল্কী বৰদলৈৰ কলমৰ লগত হাত মিলাব কিয় ? কি কয় খুৰীটি ? মোৰ খালী উদৰ পূৰ্ত্তিৰ ব্যৱস্থা পালেই জিভাখনো চলি থাকে। যাওঁ খুৰীটি, কাইলৈ বিয়াজৰ ভাগৰটো, পৰহিলৈ নাজমাৰ—চৌথাদিনালৈ খুৰাদেউৰ ভাগটো জমা থাকিল—”

আটাই কেইটা হাঁহি আঁহি ওলাই গ'ল। গেটৰ মুখ পাই পঙ্কজ আকৌ ঘূৰিল—

“খুৰীটি—পাহৰিলোঁ আপুনি প্ৰাইজ পোৱা বাবে কংগ্ৰেচুলেচন।”

হাঁহি হাঁহি ভিতৰলৈ সোমাই আহিল বেগম মৰিয়ম। তাৰ পাছত হঠাতে —হঠাতে তেওঁৰ মুখখন বিষণ্ণ হৈ গ'ল। মনত পৰিল ইনামুলৰ কথাষাৰ—

‘লিখক চোন খুৰীটি। আমি নজনা বহু কষ্টস্বীকাৰৰ কাহিনী। আপোনাৰ মনৰ মাজতে নহলে থাকি যাব—।’

‘লিখকচোন খুৰীটি। আমি নজনা বহু কষ্ট স্বীকাৰৰ কাহিনী আপোনাৰ মনৰ মাজতে নহলে থাকি যাব।’

‘লিখক চোন খুৰীটি। আমি নজনা বহু কষ্ট স্বীকাৰৰ কাহিনী। আপোনাৰ মনৰ মাজতে নহলে থাকি যাব—।’

চকী এখনত মূৰটো আঁওজাই বহি পৰিল তেওঁ।

ঠিকেই—সঁচাকথা—বহুত দুখ বহুত আনন্দ, অশ্ৰু, ত্যাগৰ কাহিনী তেওঁৰ বৃদ্ধ বুকুখনৰ কোহেঁ কোহেঁ সঞ্চিত হৈ আছে। নিজেও হয়তো সেই কাহিনী দুবাৰ কেতিয়াও পঢ়ি চোৱা নাই। সেই বোৰ কাহিনী আজিৰ পুৰুষে নজনা-নুশুনা। সেইবোৰ কাহিনীৰে কেনেদৰে উপন্যাস লিখিব তেওঁ। তেওঁৰ কলিজাৰ কোষত সঞ্চিত সুপ্ত অশ্ৰুবোৰ উলিয়াই আনিলে তেওঁৰ কলিজাখন হয়তো চূৰমাৰ হৈ যাব। আজিৰ পুৰুষক কিবা এটা দি যাব লাগে। নৱশতিকাৰ প্ৰাৰম্ভণিত নতুনে পুৰণিৰ পৰা পাহৰা ইতিহাসৰ পাত বিচাৰিছে। দিব লাগিব হয়তো তেওঁ। ৰিয়াজ, ইনামুল, পঙ্কজ, মৃণাল, নিকুঞ্জ, নাজমা ইঁতক, অসমীয়া জাতিৰ উত্তৰপুৰুষৰ হাতত কিবা এটা দি যাব লাগিব হয়তো তেওঁ। কিন্তু কলিজা আজুৰি আজুৰি স্মৃতিক টানি উলিয়াই তেওঁ জানো প্ৰকাশৰ পোহৰত তাক লিপিবদ্ধ কৰিব পাৰিব? পাৰিব জানো এটা জাতিৰ ভৱিষ্যত গঢ়াৰ ইতিহাসক ত্যাগৰ বোলেৰে লিখি থৈ যোৱা সেই অনন্য জীৱন বোৰক আলোকৰ ঝৰ্ণাধাৰাত ধুৱাই জীয়াই তুলিবলৈ? ভাবি গ'ল বেগম মৰিয়মে—

তেওঁ হয়তো লিখিব—সকলো সৃষ্টিৰ ব্যথা সহ্য কৰি কৰি প্ৰোথিত স্মৃতিবোৰ উলিয়াই—এখন উপন্যাস তেওঁ হয়তো লিখিব। কিন্তু আজিৰ মানসিকতাই তাক গ্ৰহণ কৰিব পাৰিব? প্ৰাচুৰ্য্যৰ মাজত লালিত-পালিত হোৱা—কষ্টৰ মুখ নেদেখা, সমস্যা কি বুজি নোপোৱা আজিৰ চাম ল'ৰা-ছোৱালীয়ে পৃথিৱীয়ে পাহৰি যোৱা, মানুহে পাহৰি যোৱা ত্যাগৰ সেই তেজলগা স্মৃতিবোৰ বিশ্বাস কৰিব পাৰিব?

চকী খনৰ পৰা উঠি আহিল বেগম মৰিয়ম। শোৱনি কোঠালৈ আহিল। আলমাৰী এটা খুলি বহুত কাপোৰৰ তলৰ পৰা এলবাম এটা উলিয়াই আনিলে।

বহুত যত্নেৰে এই এলবামটো সজাইছিল বেগম মৰিয়মে। বাতৰি কাকতৰ ফটো কাটি কাটি তোলা ফটো বোৰ গোটাই গোটাই প্ৰণালী বদ্ধ ভাৱে এফালৰ পৰা তাৰিখ দি দি সজাই গৈছিল তেওঁ। বিচনাত



বহি লৈ এলবামটো কোচতে মেলি ললে তেওঁ। অলপ সময় মনে মনে বহি থাকিল। কিবা ভাবিলে। তাৰ পাছত এলবামৰ ফটোবোৰ এফালৰ পৰা চাই গ'ল। সঁচাকৈ ইনামুলহঁত যোৱাৰ পাছত তেওঁৰো এবাৰ স্মৃতিলৈ ভুমুকি মাৰিবৰ মন গৈছে। বৰ মন গৈছে ফটোবোৰ চাবৰ। বৰ মন গৈছে পৃথিৱী, অশান্ত, যোচেফ—সমুদ্ৰ, বিজু, বাসৱ ইঁতৰ মুখবোৰ-স্মৃতিবোৰ মনত পেলাবলৈ—

এফালৰ পৰা চাই গ'ল মৰিয়মে। অসমৰ সেই অস্তিত্ব ৰক্ষাৰ অভূতপূৰ্ব্ব আন্দোলনৰ ছবিবোৰ এফালৰ পৰা চাই গ'ল। এলবাম খনত কেৱল ছবিয়ে নাই। উল্লেখযোগ্য ঘটনাৰ দিনবোৰো প্ৰণালী বদ্ধ ভাবে লিখি থৈছে তেওঁ।

একেবাৰে সন্মুখৰ পৃষ্ঠাত ছবি টবি একো নাই। মাজ অংশত এটুকুৰা বগা কাগজ সুন্দৰকৈ লগাই ধুনীয়া আখৰেৰ বেগম মৰিয়মে লিখি থৈ দিছে এফাকি কৱিতা—

"চকুলো বোৱাই জুই নুনুমাবি
গুচক তমসা ঘোৰ
লুইতৰ আকাশত
তৰাৰ তৰাৱলী
পাৰত দীপাৱলী
তেজেৰে মোৰ—
আই নাকান্দিবি
থাপনাত তেজেৰে
বন্তি দিছেহি
সন্তানে আজি তোৰ।"

কবিতাটো কেবাবাৰো মনে মনে পঢ়ি পাতখন লুটিয়াই দিলে তেওঁ।

১৯৭৯ চন

৮ জুন,

অসমৰ পৰা বিদেশী নাগৰিক বহিষ্কাৰৰ দাবীত প্ৰথম বাৰৰ বাবে

পুৱা ৬ বজাৰ পৰা সন্ধিয়া ৬ বজালৈ ১২ ঘণ্টাজোৰা 'অসম বন্ধ' পালন কৰা হয়।

১০ জুন, ৰাজ্য জুৰি সংহতি দিবস পালন কৰা হয়।

১৫ জুন, বৈদেশিক পৰিক্ৰমা বিভাগৰ ৰাজ্য মন্ত্ৰী **শ্ৰীসমৰেন্দ্ৰ** কুণ্ডুৰ হাতত **'অসম যুৱক সমাজে'** ১৯৫১ চনৰ জাতীয় নাগৰিক পঞ্জীয়ন আৰু ১৯৫২ চনৰ ভোটাৰ তালিকাৰ ভিত্তিত নিৰ্ব্বাচন পতাৰ দাবী কৰি স্মাৰক পত্ৰ প্ৰদান কৰে।

২১ জুন,—অসমত থকা বিদেশী নাগৰিকক চিনাক্ত কৰি বহিষ্কাৰ কৰিবলৈ সদৌ অসম ছাত্ৰসন্থাৰ সজাতিদলে দিছপুৰত নিৰ্ব্বাচনী আয়ুক্তক স্মাৰক পত্ৰ প্ৰদান কৰে।

১৫ আগষ্ট—স্বাধীনতা দিবস বৰ্জন.......

২৭ আগষ্ট—গণ সংগ্ৰাম পৰিষদ গঠন......

১-৩ জানুৱাৰী ৮০—, ৫৮ ঘণ্টা জোৰা অসম বন্ধ পালন...

২৬ মাৰ্চ ৮০—, উত্তৰ পূৰ্ব্বাঞ্চল ছাত্ৰসন্থাৰ প্ৰথম বাৰ্ষিক অধিৱেশন ডিব্ৰুগড়ত আৰম্ভ—

এখন এখন কৈ বৈ—বৈ—ভাৱি ভাৱি ফটোবোৰ চাই গ'ল বেগম মৰিয়মে।

এইখন—খৰ্গেশ্বৰৰ ফটো। ভৱাণীপুৰৰ বীৰ সন্তান শ্বহীদ খৰ্গেশ্বৰ তালুকদাৰৰ ফটো—

এইখন—ওঁ এইখন নগাঁৱৰ সান্ধ্য আইন ভঙাৰ ফটো।

এইখন—এইখন ৰণশিঙাদিবসৰ ফটো। উজ্বল হৈ গ'ল বেগম মৰিয়মৰ মুখমণ্ডল। সেইদিনাৰ সেই ৰণধ্বনি শতসহস্ৰ মানুহৰ ৰণাহ্বানৰ কোলাহল—অপূৰ্ব্ব—অনন্য—

এইখন...........সম্প্ৰীতি দিবসৰ ফটো। এইখন প্ৰচাৰ অভিযানৰ।

এইখন···শত সহস্ৰ বহ্নি শিখাৰ সমদল। সংগ্ৰামী **জনতাৰ** আলোক **সন্ধানৰ** যাত্ৰা।



• এইখন...প্ৰাণৱন্ত যুৱকৰ হাতত সহস্ৰ জনতাৰ আশীষ লৈ জীয়াৰ যুঁজৰ 'সংকল্পশিখা' পাতখন লুটিয়াই দিলে বেগম মৰিয়মে—

দপ দপকৈ জ্বলি থকা একুৰা জুই। চিতাৰ জুই। বেগম মৰিয়মইঁতৰ মৰমৰ বিজুভাইটিৰ চিতাৰ জুই—

এখন অনিন্দ্য সুন্দৰ মুখ। আনটো পিঠিত হাঁহো হাঁহো অভিব্যক্তিৰে সেয়া অশান্ত। অশান্ত বৰুৱা। বহুজনৰ বুকুৰ মাণিক অশান্তৰ মুখছবি।

এলবামটো জপাই থলে বেগম মৰিয়মে। চকুকেইটা পানীৰে ভৰি পৰিছিল তেওঁৰ। এলবামটো—আলমাৰীত উঠি আহি ভৰাই থলে। আঁচলৰে চকুকেইটা মচি ললে। তাৰপাছত খিৰিকীখনৰ ওচৰলৈ আহি পৰ্দাখন ভালদৰে কোঁচাই দিলে। একাজলি উজ্বল ৰ'দ খিৰিকীৰে সোমাই আহি তেওঁৰ চকুৰে মুখে পৰিল। পৰ্দাখন এহাতেৰে ধৰি থাকি দূৰলৈ চাই পঠিয়ালে তেওঁ। টিফিনৰ সময়। ওচৰৰ স্কুল খনৰ পৰা ল'ৰছোৱালীবোৰ আহি চানাঅলাটোক ঘেৰি ধৰিছে। কিমান উজ্বল সুন্দৰ প্ৰত্যাশাপূৰ্ণ সিহঁতৰ চকুবোৰ মুখবোৰ। অথচ সিহঁতেতো নাজানে সিহঁতৰ মুখৰ এই উজ্বলতা খিনি হাঁহিখিনি বহু অশ্ৰুৰ বিনিময়ত বহু বিসৰ্জনৰ বিনিময়ত তিল তিলকৈ সাঁচি থৈ গৈছে বহুত তেজাল হাঁহিমুখীয়া যুৱক-যুৱতীয়ে, বহু উজ্বল সম্ভৱনাময় কিশোৰে। নাই নাই। সেই স্মৃতিক এনেয়ে হেৰাই যাবলৈ দিব নোৱাৰি। ল'ৰা-ছোৱালী জাকৰ হাঁহিৰ শব্দ শুনিয়েই সিদ্ধান্ত ললে বেগম মৰিয়মে। সাঁচায়ে তেওঁৰ কলিজাৰ কোঁহে কোঁহে সঞ্চিত হৈ থকা—স্মৃতিবোৰ তেওঁ শেষ হৈ যাবলৈ দিব নোৱাৰে। লিখিব তেওঁ। স্মৃতিৰ মাজৰ পৰা উজ্বল হৈ থকা দুই এখন মুখ বিচাৰি লৈ তাৰেই উপন্যাস এখনেই লিখিব তেওঁ। মানুহে পঢ়ক—জানক—বুজক—বহু শঠতাৰ, বহু ভণ্ডামিৰ, বহু স্বাৰ্থপৰতাৰ বিপৰীতে সততা, নিষ্ঠা, আৰু নিস্বাৰ্থতাৰে বহু জীৱনে অক্লান্ত ভাৱে কৰা কাৰ্য্য। মানুহে পঢ়ক—জানক—বুজক এইখন পৃথিৱীতে মানুহৰ দৃষ্টিৰ আঁৰত বহুতৰ বাবে নিজস্ব সপোনক নিজ হাতে গুড়ি কৰি বহু জীৱন নিঃশেষ হৈ যায়।

লাইব্ৰেৰী ৰুমটোলৈ গুচি আহিল বেগম মৰিয়ম। তেওঁৰ চাপখোৱা ওঁঠত দৃঢ়তা—উপন্যাসখন পাৰিলে আজিয়েই আৰম্ভ কৰি দিব তেওঁ।

অশান্ত, সমুদ্ৰ, পৃথিৱী, যোচেফ, বিজু, বাসৱ—কুনাল, স্বদেশ, সমীৰণ ইতৰ জীৱনৰ কাহিনীৰেই তেওঁ লিখিব। দি যাব পঙ্কজ, মৃণাল, ইনামুল ইঁতৰ হাতত। কাগজ কলম উলিয়াই ললে তেওঁ। অলপ সময় কিবা ভাবিলে। তাৰ পাছত এটা আলমাৰীৰ ওচৰলৈ উঠি গ'ল। কেইবা জাপো কিতাপৰ তলৰ পৰা দুখন ডায়েৰী উলিয়াই আনিলে। তেওঁৰ আৰু পৃথিৱীৰ ডায়েৰী।

ডায়েৰী দুখন হাতত লৈ পুনৰ টেবুলৰ ওচৰলৈ আহিল। আৰু ভালদৰে বহি ললে। ডায়েৰী এখন মেলি ললে। পৃথিৱীৰ ডায়েৰীখন অলপ সময় দুখনমান পাত পঢ়িলে। তাৰ পাছত জপাই থলে। বহুসময় কিবা ভাবিলে। তাৰ পাছত উঠি গৈ দুৱাৰখন খুলি কাম কৰা ছোৱালী জনীক কিবা কিবি নিৰ্দ্দেশ দিলে। উভতি আহি দুৱাৰখন জপাই টেবুললৈ উভতি আহিল। এইখিনি সময়ত তেওঁক কোনেও আমনি নকৰে। কলমটো খুলি তেওঁ অলপ সময় মনে মনে বহি থাকিল। তাৰ পাছত হঠাতে তেওঁ লিখিবলৈ আৰম্ভ কৰিলে। লিখনিৰ মাজেৰে তেওঁ উলটি গ'ল বহু বহু পিছলৈ।

• • • •

॥ এক ॥

বাটটো কিছু একাবেঁকাকৈ আগবাঢ়ি গৈছে। শীতৰ আৰম্ভণিৰ এটা ৰাতিপুৱা। বাটৰ ধূলিৰ পৰা নিয়ৰৰ কণিকাবোৰ এতিয়াও সম্পূৰ্ণকৈ ভাপ হৈ উৰি যোৱা নাই। দুয়োকাষে বিস্তীৰ্ণ সেউজপ্ৰান্তৰ-ধাননি। থোক মেলিবৰ হৈছে। ক'ৰবাত দুই এডাল কোমল শীহ ওলাইছে। সেউজৰ বিস্তীৰ্ণ সীমাৰেখাত গাঁৱৰ স্পষ্ট আভাস। এই সেউজ প্ৰান্তৰৰ বুকু ফালি ফালি বাটটো আগুৱাই গৈছে। বৰ উকা বাটটো—যেন কোনোবা বৈধব্যৰ যন্ত্ৰণাত কষ্ট পোৱা ষোড়শী যুৱতীৰ উকা শুভ্ৰ সেঁউতাহে। একোখন গাড়ী মাজে মাজে আহে—গাঁৱৰ পৰা সস্তাদৰত শাক-পাচলি ফল-মূল কঢ়িয়াই নিয়া অনা অসমীয়া ব্যৱসায়ীৰ গাড়ী। শুকান বাটটোৰ ধূলিবোৰ উৰুৱাই শীতৰ নিয়ৰত সেমেকা ধানৰ কোমল পাতবোৰ মলিয়ন কৰি পেলায়। গাঁৱৰ পৰা চহৰলৈ পঢ়িবলৈ অহা—বজাৰ কৰিবলৈ অহা বা ডাক্তৰৰ ওচৰলৈ প্ৰেচক্ৰিপচন লিখাবলৈ অহা ল'ৰাবোৰে, যুৱকবোৰে, বয়সস্থ বোৰে হয় গামোচাৰে নহয় হাতেৰে নাকে মুখে সোপা দিয়ে। অনা অসমীয়া ব্যৱসায়ীৰ অসমীয়া মাতকথা নজনা ড্ৰাইভাৰে গাড়ীৰ পৰা মুখ উলিয়াই বেঁকাকৈ হাঁহে—আৰু ৰাজ্যজয়ৰ গৌৰৱৰচিন মুখত ফুটাই গাড়ী দৌৰাই গুচি যায়। এইটো এটা কেঁচা আলিবাট। গাঁৱৰ পৰা চহৰলৈ, চহৰৰ পৰা গাঁৱলৈ মিলনৰ যোগসূত্ৰ।

এই বাটটোৰেদি ধূলিত জোতা আৰু চেণ্ডেলৰ সাঁচ বহুৱাই বহুৱাই সিহঁত আগবাঢ়ি গৈছে। সাতটা সুস্বাস্থ্য যৌৱন। উজ্জ্বল প্ৰাণময়। সিহঁতে বহুদূৰ খোজ কাঢ়ি আহিছে। হয়তো আৰু কিছুদূৰ যাব লাগিব। কিন্তু এজনৰো মুখৰ অভিব্যক্তিত ভাগৰৰ লেশমাত্ৰ আভাস নাই। প্ৰত্যাশা আৰু নতুনক দেখাৰ আনন্দত সিহঁতৰ কোমল মুখবোৰ উজ্জ্বল বিভোৰ। জনমানৱহীন বাটটোৰে এক নিৰ্দিষ্ট ঠাইক

লক্ষ্য কৰি দীঘল দীঘল খোজেৰে সিহঁত আগবাঢ়িছে। প্ৰত্যেকৰে ভৰিৰ জোতা চেণ্ডেল বোৰ ধূলিৰে পোত খোৱা। দুজনমানে কিবা এটা আলোচনা কৰি কৰি আহিছে। কৈ থকা জনৰ মুখখন সামান্য ভাৱে গহীন। কিন্তু একেবাৰে সন্মুখত থকা জনৰ যেন একোলৈকে ভ্ৰূক্ষেপ নাই। মজলীয়া ধৰণৰ দীঘল কুঁহিয়াৰ এডাল দাঁতেৰে কামুৰি খাই খাই সি কোনো ফালে নোচোৱাকৈ আগবাঢ়িছে। এই মুহূৰ্ত্তত খোৱাৰ বাহিৰে তাৰ যেন আন চিন্তা নাই। এটা ক'লা ৰঙৰ বহল ট্ৰাউজাৰ পিন্ধিছে যুৱকজনে। ট্ৰাউজাৰটোৰ ভৰি দুখন আঁঠুলৈকে কোঁচোৱা। ছফুট ওখ শৰীৰটো বলিষ্ঠ আৰু পেশীবহুল। বগা-স্পোৰ্টিং টোৰ মাজেদি তাৰ ক'লাশৰীৰটোৰ প্ৰতিডোখৰ মাংসপেশী স্পষ্টভাৱে ফুটি উলাইছে। কুঁহিয়াৰডাল চোবাই চোবাই গজং গজংকৈ গৈ আছে সি। তাৰ চকুত এই মুহূৰ্ত্তত অদ্ভূত সাৰল্য আৰু পৱিত্ৰতা। কিন্তু মুখখন? এবাৰ চালে দুবাৰ চাবৰ মন নোযোৱা সামন্ত যুগীয় জল্লাদৰ দৰে নিষ্ঠুৰ আৰু কুৎসিৎ তাৰ মুখখন। এইজনেই সমুদ্ৰ ফুকন। মাৰ্ঘেৰিটা অঞ্চলৰ আতংক—এটা নাম কৰা প্ৰফেচনেল গুণ্ডা।

বাকী কেইখন মুখৰ ওচৰত এই সমুদ্ৰ ফুকনৰ উপস্থিতি যেন অলপ ব্যতিক্ৰম—। বাকী কেইখন মুখ ভদ্ৰ—মাৰ্জিত আৰু সুন্দৰ। কিন্তু এটা জীৱন্ত অসুন্দৰৰ উপস্থিতিত সিহঁতৰ যেন কোনো আক্ষেপ নাই। আক্ষেপ নাই কাৰণ সকলো সামাজিকতা, অনুশাসন—নিয়ম যুক্তিৰ সিপাৰে সিহঁতৰ লক্ষ্য একেটাই। এটা সুন্দৰ—সত্য ধ্ৰুৱ লক্ষ্য। সেয়ে বোধকৰো কোনো বাহ্যিকতাই কোনো বাহ্যিক অসুন্দৰতাই এই সহজ আত্মীয়তাত প্ৰভাৱ পেলাব পৰা নাই। সেই কথা পিছত আহিব।

সমুদ্ৰৰ পিছতেই কান্ধত এটা কাপোৰৰ বেগ লৈ অলপ উল্লিসিত খোজত আগবাঢ়ি যোৱা, কমবয়সীয়া যেন লগা ল'ৰাটোৱেই বিজু। সি চহৰৰ উপকণ্ঠৰ এক মধ্যবিত্ত খেতিয়কৰ একমাত্ৰ ল'ৰা। কণমানতে মাকক হেৰুৱাই মাহীমাকৰ সাম্ৰাজ্যৰ ছত্ৰছায়াত অযত্ন পালিত তাৰ



কুমলীয়া মুখমণ্ডল কিবা এটা প্ৰত্যাশাত উজ্বল, প্ৰাণময়। স্বাস্থ্যবান ওখ সমুদ্ৰৰ বলিষ্ঠ শৰীৰটোৰ দীঘল দীঘল খোজৰ লগত তাল মিলাই সিও জঁপিয়াই জঁপিয়াই আগবাঢ়িছে। তাৰ কণ্ঠত ভুৱন ভুলোৱা সুৰ—

গাঁৱৰ ল'ৰা গাঁৱে গাঁৱে বন্তি জ্বলাই যাওঁ আমি... ?

সমুদ্ৰই উভতি চালে। বাকী কেইজন পাছ পৰি গৈছে। খোজটো অলপ ঢিলাই দিলে সি। বাকী কেইজন মানে—অশান্ত, যোচেফ, পৃথিৱী, বাসব আৰু মৰিয়ম। কিবা এটা কথা আলোচনা কৰি কৰি সিহঁত অলপ লাহে লাহে আগবাঢ়িছে। মৰিয়মে অৱশ্যে ভাগ লোৱা নাই। শুনিছেহে মাত্ৰ। আলোচনাত ভাগ লব পৰাকৈ বিষয় বস্তু সম্পৰ্কে তাই বৰ বেছি নাজানে। স্থানীয় কলেজ খনৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰী হিচাপে সদ্য মুক্তিৰ আনন্দত তাই কিছু চঞ্চল। আলোচনা শুনি থকাৰ মাজে মাজে তাই অনিন্দ্য সুন্দৰ মুখখনৰ উজ্বল ধুনীয়া চকু দুটা বহলকৈ মেলি ইফালে সিফালে চাই গৈছিল।

"এই সাধাৰণ মানুহখিনিৰ মানসিক প্ৰস্তুতিৰ বাবে আমি ইয়াতকৈ ব্যাপক আঁচনি লৈ আগবাঢ়িব লাগিব। নহলে কেৱল মিটিঙৰ বক্তৃতাৰে জনতাৰ মনৰ শক্তিক আমি সদায় সুদৃঢ় কৰি ৰাখিব নোৱাৰিম।" অলপ চিন্তা কৰাৰ ধৰণে অশান্তই ক'লে।

"সেইটো অৱশ্যে হয়। কিন্তু তাৰ বাবে এতিয়াই ইমানকৈ চিন্তা কৰাৰ প্ৰয়োজন নাই। কাৰণ মানুহ খিনিক আমাৰ সমস্যাৰ সম্পৰ্কে আমি ভালদৰেই বুজাই দিব পাৰিছোঁ। বৰ্ত্তমান সময় খিনিৰ বাবে এইখিনিয়ে যথেষ্ট কাম দিব।" যোচেফে অলপ অসহিষ্ণু সুৰত ক'লে। অশান্তক সি ভালদৰে জানে। অশান্ত তাৰ বন্ধু। এম, এ, পঢ়ি থকাৰ মাজতে নিজৰ ওপৰত থিয় দিবৰ চেষ্টা কৰি সৰুকৈ এটা প্ৰেছ খোলা দৃঢ় জ্ঞানী বুদ্ধিমান অশান্ত বৰুৱাৰ মনত কিবা এটা সোমালে তাক সমাধান নকৰাকৈ সি সুস্থিৰ নহয়। চিন্তা কৰি থকা অশান্তৰ মুখৰ শিশু সুলভ হাঁহিটো নাইকিয়া হৈ যায়। সমস্ত কমনীয়তা হেৰাই গৈ তাৰ মুখখন কোনোবা স্থিত প্ৰজ্ঞ ঋষিৰ দৰে গহীন সমাহিত

দেখায়। অসহ্য লাগে যোচেফৰ। হাঁহিমুখীয়া অশান্তটোৰ হাঁহিহীন গহীন মুখখন সি সহ্য কৰিব নোৱাৰে। যোচেফ অশান্তৰ বন্ধু। জন্মৰে পৰা একেলগে উমলি ডাঙৰ হোৱা অভিন্ন হৃদয় বন্ধু। অশান্তৰ জীৱনৰ প্ৰতিটো কথাই যোচেফে জানে। যোচেফেও অশান্তৰ পৰা একো লুলুকুৱায়।

সেয়ে যোচেফ মনে মনে অলপ অসহিষ্ণু হৈছিল। সেউজৰ সমাৰোহত এই আনন্দময় মুহূৰ্ত্তখিনি অশান্তৰ গভীৰ মন্তব্যই মাটি কৰি দিয়াত বেয়া লাগি গৈছিল তাৰ। অশান্তটো বাৰু কিয় ইমান চিৰিয়াচ? সেয়ে অশান্তই যোচেফৰ কথাৰ উত্তৰত যেতিয়া ক'লে—

"সময় বৈ নাথাকে। এনেকুৱা কথা এটা আলোচনাৰ বাবে ইয়াতকৈ মুকলি মুহূৰ্ত্ত এটা আমি নাপাবও পাৰোঁ।"

খং উঠি গ'ল তাৰ। কৈ পেলালে—

'তই বৰ চিৰিয়াচ অ' অশান্ত, নহয় পৃথিৱী?" সমৰ্থনৰ আশাত সি পৃথিৱীলৈ চালে।

যোচেফৰ মনৰ ভাৱ বুজি পালে পৃথিৱীয়ে। ফুৰ্তিবাজ যোচেফটোলৈ বেয়া লাগি গ'ল তাইৰ। অশান্তক যে ইমান ভালপায় সি। ইফালে অশান্তৰ যুক্তি খিনিও তাই উলাই কৰিব নোৱাৰিলে।

সেয়ে অলপ চিন্তা কৰি তাই ক'লে—

"আমাৰ হাতত সময় অৱশ্যে কম। সেই বুলি এতিয়াই খুব বেছি চিন্তা কৰাৰ প্ৰয়োজন নাই। যোৱা সপ্তাহত গুৱাহাটীলৈ যাওঁতে লাইব্ৰেৰীলৈ গৈ মই এইবোৰ বিষয়তে কিছু কিতাপ-পত্ৰ চাইছিলোঁ। অশান্তহঁতে দেখিছে আইতাহঁতৰ ঘৰটো। লাইব্ৰেৰীৰ পৰা বৰ বেছি দূৰ নহয়। বিভিন্ন জাতিৰ আন্দোলনৰ স্তৰ বোৰ ইতিহাসৰ পৰা চাই চাই এখন আঁচনি বনাইছিলোঁ সাধাৰণ ভাবে। এতিয়াও পদ্ধতিক্ৰমত সজোৱা নাই অৱশ্যে। এই ধৰা—বাংলাদেশৰ মুক্তিযুঁজৰ সময়ত—তাৰ যুৱক সকলে ইউনিভাৰচিটি, স্কুল, কলেজ, ৰাজহুৱা ঠাই আদিৰ বেৰ আদিত যুঁজ সম্পৰ্কীয় আৰু অত্যাচাৰৰ ওপৰত ভিত্তি কৰি



আঁকা ছবিৰে ভৰাই পেলাইছিল। এইটো পদ্ধতিৰে তেওঁলোকে অশিক্ষিত চামৰ মাজত প্ৰচাৰ আৰু মানসিক প্ৰস্তুতিৰ ক্ষেত্ৰত অভূতপূৰ্ব সাফল্য লাভ কৰিছিল। ঠিক তেনেদৰে আমাৰ আন্দোলনটোও কেৱল পঠন আৰু কথনগত প্ৰচাৰৰ দিশতহে ভিত্তি কৰি মানসিক প্ৰস্তুতিৰ প্ৰচেষ্টা কৰোৱা হৈছে। দৃশ্যগত মানসিক প্ৰস্তুতিৰ দিশত আমি বৰ দুৰ্বল। সেয়ে অসমৰ গাঁৱে-ভূঞে ৰাজহুৱা ঠাইৰ বেৰ আদিত বা বিভিন্ন ছবিযুক্ত কাগজ আদিৰ যোগেদি মানসিক প্ৰস্তুতিক সুদৃঢ় কৰাৰ প্ৰচেষ্টা চলালে আন্দোলনৰ গতিধাৰা আৰু শক্তিশালী হ'ব। মই প্ৰস্তুত কৰা আঁচনিটো এনে ধৰণৰ বিষয়বস্তুৰ ওপৰতেই। সেয়ে মিটিং শেষ কৰি বা বিজুহঁতৰ ঘৰত জিৰাওঁতেই আমি ভালদৰে কথা পাতিব পাৰিম। কি কোৱা আশু—যোচেফ?"

কি ক'ব অশান্তই? যোচেফে? পৃথিৱী চলিহা নামৰ এই সাধাৰণ ছোৱালী জনীৰ চিন্তাৰ গভীৰতা, পৰিশ্ৰম, আৰু অদ্ভুত কৰ্তব্য নিষ্ঠাৰ ওপৰত কি মন্তব্য দিব অশান্তই? যোচেফে?

সপ্ৰশংস আৰু মুগ্ধ দৃষ্টিৰে দুয়োটাই পৃথিৱীলৈ চালে। পৃথিৱীৰ দুজন যুৱকৰ প্ৰশংসা আৰু মুগ্ধ তালৈ কোনো ভ্ৰূক্ষেপেই নাই। ধুনীয়া মৰিয়ম জনীৰ লাহি শৰীৰটো এহাতেৰে আঁকোৱালি তাই পথাৰৰ মাজৰ ধ্যানমগ্ন বৰটে কোলাটোলৈ চাই চাই আহি আছে। মৰিয়মক পৃথিৱীয়ে সৰু ছোৱালী বুলিয়েই ভাৱে।

"তুমি ইমান বোৰ আমাক জনোৱাই নাই।' অশান্তই হাঁহি মুখে ক'লে।

"জনালোঁৱেই হেঁতেন। তুমি আগতে উলিয়ালা কাৰণেহে।"

"এই বাসৰদা! আৰু কিমান দূৰ?"

মৰিয়মৰ প্ৰশ্নত আটাই কেইটাই উভতি চালে। ঠিকেইতো বিজুহঁতৰ গাঁৱলৈ আৰু কিমান দূৰ? কথা পাতি পাতি সিহঁত কিমান দূৰ আহিল এটাইও আন্দাজ কৰিব নোৱাৰিলে। যোচেফে এনেয়ে সন্মুখলৈ চালে—সমুদ্ৰ আৰু বিজু বহুত দূৰৈত।

থোক মেলিবলৈ আৰম্ভ কৰা ধানগছবোৰলৈ চাই চাই বাসব আহি আছিল। বাহ্যিক জগতৰ লগত কোনো সম্পৰ্কই নাছিল তাৰ। ইমান সময়ে এই সেউজীয়া পৃথিৱীখনৰ লগত তাৰ সপোনখিনি মিলাই দি সি একাত্ম হৈ গৈছিল। একাত্ম হৈ গৈছিল—সৃষ্টিৰ নিজস্বতাৰ কেঁচা সেউজীয়া কোমলতাৰ লগত। ঠিক এইদৰে কোমল বতাহত ঢৌ খেলা ভাবো এখন সুন্দৰ সেউজীয়া পৃথিৱী আছে। কপালৰ ঘামেৰে তিয়াই সেইখন পৃথিৱী সি নিজে গঢ়ি তুলিছে। সুন্দৰ স্বপ্নময় প্ৰত্যাশাৰ সেই পৃথিৱী। মিঠা জিৰ্ জিৰ্ শব্দ তৰঙ্গই তাৰ পৃথিৱী খনতো পৰিপূৰ্ণতাৰ অনুৰণন তোলে। মৰিয়মৰ প্ৰশ্নৰ আঘাতত সি বাস্তৱলৈ উলটি আহিল। মৰিয়মৰ মুখলৈ চাই থোতামোজা খাই সি উত্তৰ দিলে—

"জানো—পালোঁ হি বোধকৰো। পাহৰিলোঁ নহয়।"

"ই—স্‌' একোৱেই মনত নাথাকে। এই বি—জু—।" মৰিয়মে চিঞৰিলে।

বিজু আৰু সমুদ্ৰই তেতিয়া মিলিত কণ্ঠেৰে গাই গাই গৈ আছিল—

"তই কৰিব লাগিব অগ্নিস্নান—সাজু হ সাজু হ নৱজোৱান।"

এটা কৰ্কশ গভীৰ স্বৰ—আনটো কোমল মৰম সনা। নিষ্ঠুৰতা আৰু সুন্দৰতাৰ সমলয়। বৈপৰীত্য। মৰিয়মৰ চিঞৰ শুনি জঁপিয়াই গৈ থকা বিজুৱে বৈ উলটি চালে। বিজুৰ লগতে সমুদ্ৰও ৰ'ল।

"কিয় মাতিছা মৰিয়ম বা?"

ইতিমধ্যেই আটাই কেইটা আহি বিজুহঁতৰ ওচৰ পাইছিলহি।

"তোমালোকবো গাঁওখন আৰু। ইমান যে দূৰ। মোৰ আমনি লাগি গৈছে পায়—।"

"আমনি লাগিলে নহ'ব দেই মৰিয়ম বা; অসমীয়া গাঁও চাবলৈ আহিছা—কষ্টখিনি নেদেখিলে আচল অসমীয়া মানুহ খিনিক কেনেকৈ চিনি পাবা?"



"ইস্—মৰিয়মে মুখ বেকেটাই ক'লে—তোমাক দেখোন দেখিছোঁৱেই কিনো বেলেগ আমাৰ লগত?"

"মই আচল গাঁওবাসী অসমীয়া নহয় মৰিয়ম বা। পুজিবাদী শিক্ষা-ব্যৱস্থাই মোক শেষ কৰি দিছে। ভণ্ড হ'বলৈ শিকাইছে। সেয়েহে মোক তোমালোকৰ লগত একে যেন দেখিছা। কিন্তু গাঁৱলৈ যাবা নহয়—দেখিবা অনা অসমীয়া মহাজনৰ ওচৰত টানে-আপদে মাটি বন্ধক দি লিখিব পঢ়িব নজনাৰ দোষত মাটি মোকলাব নোৱাৰি লাও-লোৱা হোৱা হৰেন দদাইটি হঁতক—আৰু—পদ্ধতি হীনভাবে প্ৰতিকাৰ কৰিবলৈ গৈ ৰিজাৰ্ভৰ মাটি খুলি পুলিচৰ গুলী আৰু লাঠীৰ কোব খাই পঙ্গু হোৱা দেউকণ, যোগেন হঁতক—তেওঁলোকক দেখিলে বুজিবা—তোমাৰ আমাৰ দৰে বিলাসত ডাঙৰ হোৱা কোমল আলসুৱা ল'ৰা ছোৱালী বোৰ অসমীয়া জাতিৰ প্ৰকৃত প্ৰতিনিধি নহয়।"

অশান্তহঁত অবাক হৈ গ'ল। সদা তৎপৰ নীৰৱ কৰ্মী বিজুটোৰ জুই লগা স্বৰ শুনি। মনটো সেমেকি গ'ল মৰিয়মৰ। লাহে লাহে ক'লে—"বেয়া নাপাবা বিজু। মই ধেমালিহে কৰিছিলোঁ।"

"বেয়া পোৱা নাই মৰিয়ম বা। তুমি নাজানা কাৰণেহে। তুমিতো গাঁৱলৈ কেতিয়াও যোৱা নাই। বঠাৰ চাব নবহালে পানীৰ গভীৰতা ভালদৰে বুজাব নোৱাৰি।" অলপ বৈ বুজোৱাৰ ধৰণে কৈ গ'ল বিজুৱে—

"বিদেশী সোপাক টকা আৰু ভোটৰ লোভত ৰিজাৰ্ভ খুলি দিয়া দেখিলে বুকুবোৰ হুম্‌হুমাই যায় মৰিয়ম বা, অথচ সেই একেখিনি মাটিতেই খেতি কৰিবলৈ গলে আমি গুলী খাব লাগে—লাঠীৰ কোব খাব লাগে। হাতীৰ গচকত আমাৰ ঘৰ-দুৱাৰ ভাঙি যায়। অধিকাৰ কাৰ? আপুনি ভালদৰে জানিব বাসৱদা। আপুনিওতো পাম খুলিছে নতুনকৈ।"

"কথাটো সঁচা। অশান্তহঁতকতো এই বিষয়ে কৈছোঁৱেই। আজিৰ মিটিঙত এইটো পইণ্টৰ ওপৰত কবি। আৰু পৃথিৱী তুমি বোৱা-কটাৰ ওপৰত অলপমান কৰা দেই।"

"কম বাৰু।" পৃথিৱীয়ে শলাগিলে। সমুদ্ৰই কি কবা পিছে?"

"মই?" সমুদ্ৰই মূৰ খজুৱালে। "মই লেকৃচাৰ টেকৃচাৰ দিব-নোৱাৰোঁ দেই।"

"কেলেই নোৱাৰিবি অ'?" যোচেফে হাঁহি মুখে প্ৰশ্ন কৰিলে।

"বাপৰে—মোৰ হাত, জিভা, মূৰ চব কঁপিব। ফিট্ টিট্ হৈ যাম।"

দুৰন্ত সাহসী সমুদ্ৰটোৰ দুৰ্বলতাখিনি দেখি আটাই কেইটাৰ গিৰ্জনি মৰা হাঁহিত ৰজন্ জনাই গ'ল চৌদিশ। সমুদ্ৰই মেহেঙা মেহেঙ কৰিলে।—হাঁহি সামৰিবৰ চেষ্টা কৰি কৰি যোচেফে সুধিলে—

"কেলেইনো আহিছ তেনে?"

"তইঁত কেলেই আহিছ?" ওলোটাই ধৰিলে সমুদ্ৰই। "তইতো বক্তৃতা নিদিয়?"

"কিয়—মইতো প্ৰচিডিং লিখিব লাগিব। মুক্তি সংঘৰ সম্প্ৰসাৰণৰ ওপৰত ৰবীনৰ লগত কথা পাতিব লাগিব। তইনো কি কৰিবি?"।

"মই? মই"—মূৰ খজুৱাই খজুৱাই সমুদ্ৰই উত্তৰ দিবৰ চেষ্টা কৰিলে।

"ক—কি কৰিবি?" হাঁহিলে যোচেফে—

"মই?" নিজৰ বলিষ্ঠ শৰীৰটোলৈ কেৰাহিকৈ চালে সমুদ্ৰই—অলপ বিষণ্ণ ভাবে ক'লে—

"মোৰ আৰু আন কি কাম আছে—তইঁত যাতে মৰিব লগীয়া নহয় তাকে চাম—আৰু—আৰু জলপান খাম।" হঠাৎ ঘূৰি বিজুলৈ চাই প্ৰশ্ন কৰিলে—

"কি খুৱাবানো বিজুভাইটি?"

দৈত্যৰ দৰে নিষ্ঠুৰ—শিলৰ দৰে টান সমুদ্ৰটোৰ অসহায়তা আৰু দুষ্টালি খিনি উপভোগ কৰি কৰি আটাই কেইটাই আকৌ এবাৰ হাঁহিলে।

এনেকৈয়ে সময়বোৰ পাৰ হৈ যায়। বিজু, পৃথিৱী, মৰিয়মৰ পঢ়াশুনা,



অশান্তৰ প্ৰেচ, বাসৱৰ পাম, আৰু সমুদ্ৰ যোচেফৰ যুটীয়া ব্যৱসায়ৰ ব্যস্ততাৰ মাজে মাজে চহৰৰ ডেকাচামৰ উদ্যোগত গঢ়ি তোলা মুক্তি সংঘৰ কৰ্মী শাখাৰ সহযোগত জনজাগৰণৰ চেষ্টাত গাঁৱে-ভূঞে অক্লান্ত ভাৱে ঘূৰি ফুৰা এই প্ৰাণৱন্ত ল'ৰা-ছোৱালী কেইটাৰ ব্যস্ততা, গভীৰ চিন্তা, আৰু কৰ্ত্তব্যৰ কঠোৰতাৰ মাজৰ আহৰি সময়বোৰ এইদৰেই সহজ ধেমালিৰে পাৰ হৈ যায়।

সহস্ৰ যুক্তিহীন সমালোচনাক আওকাণ কৰি সমাজৰ আৰু দেশৰ আবৰ্জনা বোৰ আঁতৰাই দেশ আৰু জাতিক সুপ্ৰতিষ্ঠিত কৰাৰ লক্ষ্য লৈ সিহঁত ওলাই আহিছে। এটা নিৰ্দিষ্ট পৰিচালক গোটৰ সুসংবদ্ধ পৰিচালনাত বিজু—বাসৱ ৰবীন উদিত—মৰিয়ম, নীলাঞ্জন, অশোক-হঁতে মাৰ্ঘেৰিটা অঞ্চলৰ গাঁৱে-ভূঞে মুক্তি সংঘৰ 'কৰ্মীশাখা' গঠন কৰিছে। সিহঁতৰ সংকল্প এক—লক্ষ্য ধ্ৰুৱ।

... ... ...

মানুহবোৰ শৃঙ্খলাবদ্ধ ভাৱে বহিছে। মাৰ্ঘেৰিটা চহৰৰ পূবফালে কেইবা খনো গাঁৱৰ মাজত এইখন এখন ডাঙৰ পথাৰ। বিভিন্ন সমস্যা-বোৰৰ বিষয়ে আৰু আন্দোলনৰ পৰৱৰ্তী কাৰ্য্যসূচীৰ ওপৰত আলোচনা কৰিবৰ বাবে স্থানীয় গণসংগ্ৰাম পৰিষদে এক গণসমাবেশৰ আয়োজন কৰিছে। সমাবেশলৈ মাৰ্ঘেৰিটা আঞ্চলিক গণসংগ্ৰাম পৰিষদ আৰু ছাত্ৰ সন্থাৰ প্ৰতিনিধি বৰ্গ আহিব। মানুহ ইতিমধ্যেই যথেষ্ট হৈছে। তিৰোতা মানুহবোৰ আৰু ল'ৰা-ছোৱালীবোৰ এফালে বহিছে। পুৰুষবোৰ এফালে। ডেকা ল'ৰাবোৰ বেছি ভাগেই থিয় হৈ আছে। সিহঁতৰ চকু মুখত অনাৱশ্যক ব্যস্ততাৰ চিন। বয়সস্থ চাম একাষৰীয়াকৈ বহি ৰাজনৈতিক পৰিস্থিতিৰ ওপৰত আলোচনা কৰি আছে। সন্মুখত এখন মুকলি মঞ্চ। স্বেচ্ছাসেৱক খিনিয়ে বৰ পৰিপাটিকৈ সজাইছে মঞ্চখন।

তৃপ্তিত মন ভৰি গ'ল ৰবীনৰ। চিগাৰেটটো হুপি হুপি সি মঞ্চলৈ চালে তাৰ পিছত মানুহ খিনিলৈ দৃষ্টি ওভতাই আনিলে। সঁচাকৈ ইমান মানুহ হ'ব বুলি সি আশাও কৰা নাছিল। কাৰণ, গাঁৱৰেই কিছুমান স্বদেশ বিৰোধী লোকে মিটিঙৰ বিৰোধী প্ৰচাৰ চলাই গৈছিল। ৰবীন মুক্তি সংঘৰ এজন একনিষ্ঠ কৰ্মী। বহুত পৰিশ্ৰমেৰে সি গাঁৱৰ ৰাইজৰ মাজত মনঃ প্ৰস্তুতিৰ কাম চলাইছে। তাৰ সময় এনেও কম। স্থানীয় স্কুল খনৰ শিক্ষকৰ চাকৰি আৰু খেতি পথাৰৰ কাম কৰি উঠি যিখিনি সময় থাকে তাৰে সি স্কুলৰ ছাত্ৰ খিনিৰ লগত হয় লাইব্ৰেৰীৰ কামত লাগে, নহয় চাইকেল খন লৈ গাঁৱে গাঁৱে ঘূলাই যায়। মুক্তি সংঘৰ কৰ্ম সূচীৰ এটা দিশ শিক্ষাৰ প্ৰতি ধাউতি বঢ়াবলৈ গাঁৱে গাঁৱে লাইব্ৰেৰী গঠন কৰা। ৰবীন সফল হৈছে। গাঁও সমূহৰ ৰাইজে তাক বুজি পাইছে, তাৰ কথাবোৰ সঁচা বুলি উপলব্ধি কৰিছে। বৰ্ত্তমান ৰবীন গাঁও অঞ্চলৰ সংগ্ৰাম পৰিষদৰ সভাপতি। এটা আত্মবিশ্বাসৰ হাঁহি ৰবীনৰ ওঁঠৰ ওপৰেদি বাগৰি গ'ল। মাইকত তেতিয়া ভূপেন হাজৰিকাৰ কণ্ঠত ধ্বনিত হৈছিল সেই জ্বালাময় গীত।

আই তোক কিহেৰে পূজিমে—

সঁচায়ে আচৰিত অসমীয়া জাতি। ৰবীনে ভাবিলে জোৰাৰ যেতিয়া আহে বোধকেৰো এইদৰেই সকলো পঙ্কিলতা ঢৌৱাই নিবলৈ দুৰ্বাৰ হৈয়ে আহে।

অলপ পিছতে দুখন মটৰ আহি সেই খিনিতেই ৰ'লহি। ৰবীন ব্যস্ত খোজেৰে আগবাঢ়িল। ৰাইজৰ মাজেদি এটা কৌতূহলী গুণগুণনিৰ ঢৌ বাগৰি গ'ল। সহস্ৰযোৰ চকুৱে এক অদ্ভুত মৰম আৰু প্ৰত্যাশাৰ দৃষ্টিৰে গাড়ী দুখনৰ পৰা নামি অহা গহীন ডেকা আৰু বয়সস্থ লোক কেইজনলৈ চালে। ৰবীন আৰু আন কৰ্মী সকলে তেওঁলোকক মঞ্চলৈ আগবঢ়াই নিলে। কালৈকো ভ্ৰূক্ষেপ নকৰি আগন্তুকসকল মঞ্চলৈ উঠি গ'ল আৰু নিজ নিজ আসনত বহিল। ৰবীনে কিছু ব্যস্তভাৱে



মানুহ কেইজনৰ লগত কথা পাতিলে। সামান্য সময়ৰ পাছত তেওঁ মঞ্চৰ পৰা নামি আহি কাৰোবাক বিচাৰি ইফালে সিফালে চকু ফুৰালে।

"এই মহেন্দ্ৰ", ৰবীনৰ মাত শুনি স্বেচ্ছাসেৱকৰ বেজ পিন্ধা ল'ৰাজন আগবাঢ়ি আহিল।

''কিয় মাতিছিল ৰবীন ককাইদেউ ?"

"বিজুক দেখিছিলি ?"

"বিজুক ?—অ'—অলপ আগতে মোৰ ওচৰত আছিল। অশান্ত বৰুৱা হঁতে শুকুলা বৰদেউতা হঁতৰ লগত কথা পাতি আছে। তেখেত সকলক মাতি আনিবলৈ গৈছে—আহিব।"

"অশান্ত হঁত কিহত আহিল নো ? গাড়ীততো অহা নাই ?"

"তেখেত সকল খোজ কাঢ়ি আহিল। কেবাখনো গাৱঁত সোমাই আহিছে হেনো।" মাতি দিমগৈ নেকি ?"

"অঁ, মাতি দিয়াঁগৈ যোৱাঁ—অ' সৌৱা সিহঁত আহিছেই যোৱাঁচোন।"

বয়সস্থ মানুহ কেইজনমানৰ লগত কথা পাতি পাতি অশান্ত হঁত আহি আছিল। সেইফালে এপলক চাই ৰবীনে স্বেচ্ছাসেৱক দুজনমানক মাতি কিবাকিবি নিৰ্দ্দেশ দিলে। ইতিমধ্যেই অশান্তহঁত ওচৰ পাইছিল। ৰবীন এখোজ আগবাঢ়ি গ'ল। অশান্তই আগবঢ়াই দিয়া হাতখন দুহাতেৰে চেপি ধৰি সি লাহেকৈ জোকাৰি দিলে আৰু পৃথিৰী-হঁতলৈ চাই সামান্য ভাৱে হাঁহিলে।

''কেতিয়াবাই আহিল হেনো মই গমেই পোৱা নাই। নাহিব বুলিহে ভাবিছিলোঁ বৰুৱা", অশান্তই কিবা কোৱাৰ আগতেই ৰবীনে বিজুলৈ চাই ক'লে—

"বিজু, যোৱাঁচোন তেখেত সকলক পৰিচয়টো দিয়াগৈ।" আপোনালোকো মঞ্চলৈকে আহক। বিনাবাক্য ব্যয়ে উঠি যোৱা বিজুৰ ফালে চাই ৰবীনে সমুদ্ৰ হঁতলৈ উলটি চাই অলপ হাঁহিলে।

''বিজুকেই এইবোৰ দায়িত্ব এৰি দিছোঁ। সংকোচহীন নহলে নেতৃত্ব কেনেকৈ দিব পিছত— ।"

"সঁচাকৈ বিজুটোৱে বহুত কথা জনা হ'ল। ক্লাচ টেনত পঢ়া ল'ৰা হিচাপে ছাত্ৰ সকলক ভাল নেতৃত্ব দিব পাৰিছে সি।" পৃথিৱীয়ে প্ৰসংশাৰ সুৰত ক'লে। বিজুৱে তেতিয়া পৰিষদ আৰু ছাত্ৰ সন্থাৰ নেতৃবৰ্গক পৰিচয় কৰি দি আছিল। যোচেফ আৰু পৃথিৱী দুয়োজনেই সংগ্ৰাম-পৰিষদৰ কাৰ্য্য নিৰ্বাহক। অশান্তই পৰিচালক গোটৰ হৈ গোটেই অসমতে ঘূৰিব লাগে বুলি এইবোৰ দায়িত্ব লোৱা নাই। কিন্তু অশান্ত, যোচেফ, সমুদ্ৰ, বাসৰ এটাইও মঞ্চলৈ যাব নুখুজিলে। অগত্যা পৃথিৱী আৰু মৰিয়ম ৰবীনৰ পিছে পিছে মঞ্চলৈ উঠি গ'ল।

ৰবীনে মঞ্চলৈ উঠাৰ আগতে অশান্ত হঁতক তাতেই ৰ'বলৈ ক'লে। এতিয়াই আহিব সি।

মঞ্চলৈ উঠি গৈ মৰিয়ম আৰু পৃথিৱী মঞ্চৰ একাষত বহিল।

"আপুনি কেতিয়াবাই আহিল নেকি মিচ্ চলিহা? বোধকৰো অশান্ত বৰুৱাহঁতো আহিছে?" অলপ বয়সস্থ ধৰণৰ ফিট্ফাট্ মানুহ জনে বেঁকাকৈ হাঁহিলে। কণ্ঠত তাৰ স্পষ্ট বিদ্বেষৰ সুৰ।

কথাখিনি সহজ ভাৱে লব নোৱাৰিলে পৃথিৱীয়ে। বিশেষকৈ কথাখিনিৰ ইঙ্গিত পূৰ্ণ দিশটোৱে তাইৰ মনটো বিন্ধি গ'ল। গহীন সুৰত তাই উত্তৰ দিলে।

"অশান্ত বৰুৱা আহিছে। সমুদ্ৰ ফুকনো আহিছে। গাঁওবোৰত সোমাই আহিছোঁ।" সমুদ্ৰ ফুকনৰ নামত কোঁচ খাই গ'ল মানুহ জন। সমুদ্ৰক যমৰ দৰে ভয় কৰে সিহঁতে। তথাপি নেতৃত্বৰ ভেমত ওফন্দি পৰা মানুহ জনে দমি যাবলৈ টান পালে। অলপ বৈ শ্লেষৰ সুৰত সুধিলে তেওঁ।—

"আপোনালোকৰ বেছ পপুলাৰিটি আছে দেখিছোঁ। আপোনালোক খোজ কাঢ়ি অহাতকৈ আমাৰ লগত গাড়ীতে আহিব পাৰিলেহেঁতেন মিছাকৈয়ে কষ্ট খালে।"

খং উঠি গ'ল পৃথিৱীৰ। তেতিয়া মঞ্চত ছাত্ৰ সন্থাৰ উপসভাপতি জনে আবেগিক সুৰত কিবা কৈ আছিল। বক্তৃতালৈ কাণ নিদি শান্ত



সৰু মাতেৰে দৃঢ়ভাবে এটা এটাকৈ উত্তৰ দিলে পৃথিৱীয়ে—"আপোনালোকৰ গাড়ীত কেইজনলৈ ঠাই হ'ব নেওগ? আমি গাঁও আৰু জনতাৰ মাজলৈ আহিছোঁ। গাড়ীৰ ধূলিৰে ঢাক খালে চিনিব নোৱাৰিম বুলিয়েই খোজ কাঢ়ি আহিলোঁ। আপোনাৰ উদাৰতাৰ কাৰণে ধন্যবাদ।"

মুখখন ক'লা পৰি গ'ল মানুহজনৰ। পৃথিৱীৰ মাৰ্জিত প্ৰত্যুত্তৰত মনে মনে থাকিল। পৃথিৱীহঁতক সিহঁতে অলপো ভাল নাপায়। নেতৃত্ব হেৰাই যাব বুলি ভয় কৰে। অথচ সিহঁতৰ নেতৃত্বৰ আসন কাঢ়ি লবলৈ পৃথিৱী, অশান্ত, যোচেফ, এটাও অহা নাই। তথাপি অলপ মান আশঙ্কা সিহঁতৰ ভিত্তিহীন অগভীৰ নেতৃত্বক আঁতৰাই অশান্ত, পৃথিৱী-হঁতে যেন জনতাৰ আস্থাৰ আসন খন লৈ লব। সেয়ে নেওগ হঁতৰ দৰে মানুহ চামৰ কণ্ঠত বিদ্বেষৰ সুৰ, কটু সমালোচনাৰ বন্যা। ভ্ৰূক্ষেপ নকৰে পৃথিৱীহঁতে, আজিও নকৰিলে। লাজ, খং আৰু পৰিবেদনাত একোনাই হোৱা নেওগমহোদয়লৈ কেৰাহিকৈও নাচাই একমনে বক্তৃতা শুনাত লাগিল।

মাইকৰ আগত থিয় হৈ সহজভঙ্গীত কথা কৈ আছিল ল'ৰাটোৱে। খুটাটোত আউজি পৃথিৱীয়ে ল'ৰাটোলৈ চালে। ওখ স্বাস্থ্যবান ল'ৰাটো, পিন্ধনত দামী পোচাক। এমুখ ক'লা দাড়িয়ে তাক এটা উগ্ৰসৌন্দৰ্য্য আনি দিছে। ভালদৰেই কথাবোৰ কৈছিল সি। ছাত্ৰসন্থাৰ লক্ষ্য আৰু উদ্দেশ্যৰ ওপৰত বেছ সাৱলীল ব্যাখ্যা এটা দিছিল সি। পৃথিৱীয়ে চিনি পায় তাক। সমৰ সোণোৱাল। মৰিয়মেই তাইৰ লগত চিনাকি কৰি দিছিল। সিহঁতৰ লগতে পঢ়ে। স্থানীয় আঞ্চলিক ছাত্ৰ সন্থাৰ উপসভাপতি। শুনি গ'ল পৃথিৱীয়ে—

"আপোনালোক কোনো প্ৰৰোচনাত বশীভূত নহ'ব ৰাইজ। আমাৰ মাজত বিভেদৰ বিহগুটি সিঁচিবৰ বাবে এচাম লোকে অহৰহ প্ৰচেষ্টা চলাই আহিছে। আন্দোলনটোক বিপথে পৰিচালিত কৰিবৰ বাবে সিহঁতে বিভিন্ন ঠাইত কিছুমান ঘটনা সংঘটিত কৰি এটা সাম্প্ৰদায়িক

ৰহণ সানিবৰ বাবে উঠি পৰি লাগিছে। কিন্তু আমি স্পষ্টভাৱে কওঁ, এই আন্দোলন কোনো জাতি ধৰ্ম-সম্প্ৰদায়ৰ বিৰুদ্ধে নহয়, আমি নিজৰ অস্তিত্ব তথা ভাৰতৰ ভাৰতীয়ত্ব ৰক্ষা কৰিবৰ বাবে আন্দোলন গঢ়ি তুলিছোঁ। দেশৰ সংবিধানৰ ওপৰত ভিত্তি কৰি যুক্তিৰে আমি অন্যায় আৰু প্ৰবঞ্চনাৰ প্ৰতিবাদ কৰিছোঁ। জাতি হিচাপে ভাৰতৰ সংবিধানৰ গণ্ডীৰ ভিতৰত আত্মসন্মান ৰক্ষা কৰি জী থাকিব বিচৰাতো আমাৰ মূল লক্ষ্য। ভাৰতৰ অঙ্গ অসমৰ গাঁৱে ভূঞে-সোমাই যোৱা ৪৬ লক্ষ নাগৰিকক বহিষ্কাৰ কৰি আমাৰ বিপন্ন জাতীয়ত্বক, সমাজক, অৰ্থনৈতিক ৰক্ষা কৰাটো আমাৰ প্ৰধান উদ্দেশ্য। অসমীয়া হিচাপে পৰিচয় দি বিশ্ব দৰবাৰত আমি গৰ্ব্বৰ আসন অধিকাৰ কৰি আত্মসমানেৰে বৰ্ত্তি থাকিব বিচাৰোঁ। আমি আন্দোলন গঢ়ি তুলিছোঁ আমাৰ মঙ্গলৰ বাবে। ইয়াত কোনো লুকঢাক নাই। আমাৰ আন্দোলনৰ অন্তৰালত কোনো নিহিত উদ্দেশ্য নাই। সেয়ে কাৰো বিৰুদ্ধে কোনো বিদ্বেষক আমি ঠাই দিয়া নাই। লক্ষ লক্ষ বিদেশীৰ অনুপ্ৰৱেশৰ বিৰুদ্ধে আমি একগোট হৈ থিয় দিছোঁ কেৱল অসম আৰু অসমীয়াক বচাবৰ বাবে নহয়। ভাৰতবাসীৰ বাবেও। সেয়ে এই একতা আৰু সংহতি যাতে নষ্ট নহয় তাৰ বাবে প্ৰত্যেকেই লক্ষ্য ৰাখিব লাগিব...”

বক্তৃতাৰ সুৰত মনটো উটুৱাই দি পৃথিৱী কিন্তু পিছলৈ উটি গ'ল।

“মিচ্ চলিহা”—

অচিনাকি কণ্ঠত তাইৰ নামটো শুনি কিতাপৰ পাতৰ পৰা মূৰ তুলি পৃথিৱীয়ে সন্মুখলৈ চালে—এযোৰ উজ্জ্বল চকুৰে সুদৰ্শন যুৱক এজন।

“মোক কিবা কৈছে ?”

“হয়। বহিব পাৰোঁ ?”

‘নিশ্চয়—বহক।” কিতাপখন জপাই থলে পৃথিৱীয়ে। ইউনি-ভাৰচিটি লাইব্ৰেৰীত তেতিয়া বেছি ভিৰ নাই। সপ্ৰশ্ন দৃষ্টিৰে তাই যুৱক জনলৈ চালে—



‘কওক—’

“মিচ চলিহা—বেছি নবহলাওঁ,আপুনি অশান্ত বৰুৱাক চিনি পায়?”

“অ-শা-ন্ত বৰুৱা—। সংস্কৃতিৰ সম্পাদক যে তেখেত ?”

“হয়।”

“হয়। তেখেতক দেখিছোঁ।” সামান্য চিন্তিত স্বৰত সুধিলে পৃথিৱীয়ে—“কিয় সুধিলে ?”

“অশান্ত ডিব্ৰুগড়লৈ গ'ল। যাওঁতে মোক আপোনাৰ লগত দেখা কৰি কথা কেইটামান জনাবলৈ কৈছিল।”

“কথা!” সামান্য অবাক হ'ল পৃথিৱী। “কওকচোন!”

“আপোনাক—আপুনি যদি সময় উলিয়াব পাৰে সংস্কৃতিৰ অহা মাহৰ প্ৰকাশটোলৈ প্ৰবন্ধ এটা খুজিবলৈ কৈছিল।”

“মিচ চলিহা! আপোনাৰ প্ৰবন্ধ আমি নীলাচলত পঢ়িছোঁ। সেয়ে সংস্কৃতি গোষ্ঠীৰ তৰফৰ পৰা অলপমান সহায় পোৱাৰ আশা ৰাখিছোঁ। আমাক অযথা সাহিত্যিকতকৈ সমাজ সচেতন কৰ্মী লাগে।’

“আপোনালোকক কিবা এটা সহায় কৰিবলৈ পালে মোৰ নিজৰেই ভাল লাগিব। সংস্কৃতিৰ গোটেই কেইটা সংখ্যাই পঢ়িছোঁ। আলোচনী-খনৰ ভাবাদৰ্শ ভাল। কওকচোন কেনেধৰণৰ সহায় মই কৰিব পাৰোঁ।’

‘আন্দোলন এটা গঢ় লৈ উঠিব বুলি নিশ্চয়তা দেখা দিছে। বিদেশী নাগৰিকৰ সমস্যাটো যে চৰকাৰে সহজে সমাধান কৰিব, আশা নাই। সেয়ে ব্যাপক হাৰত আমি ৰাইজৰ মানসিক প্ৰস্তুতিৰ কাম আৰম্ভ কৰিব লাগিব। সেয়ে আপুনি যদি আমাক সহায় কৰে...”

“কিয় নকৰিম! এই ক্ষেত্ৰত কিবা অলপমান আগ ঘঢ়াব পৰাটো মোৰেই ভাগ্য।”

“ধন্যবাদ। মই এতিয়া যাওঁ।” ল'ৰাজন উঠিল, ল'ৰাজনৰ মাৰ্জিত ব্যৱহাৰ ভাল লাগিল পৃথিৱীৰ। হাঁহি মুখে ক'লে—

“বেয়া নাপায় যদি—আপোনাক চিনি নাপালোঁ...”

"মই যোচেফ—যোচেফ থমাচ। ইকনমিক্‌চৰ। নমস্কাৰ।"

"নমস্কাৰ।"

সেয়ে আৰম্ভণি। যোচেফ, অশান্ত, কামাল, স্বদেশ হঁতৰ বিপ্লৱী সত্তাৰ লগত পৰিচিত হৈ পৃথিৱীৰো অন্তৰৰ বন্ধদ্বাৰ খোল খালে। ৰক্ষণশীল ব্যৱস্থাৰ আৱৰ্তৰ বাহিৰলৈ ওলাই যাব নোৱাৰি সংস্কাৰৰ ইচ্ছা বুকুৰ ভিতৰত পুহি ৰখা পৃথিৱীয়ে পথৰ সন্ধান পালে।

ইউনিভাৰচিটিৰ পৰাই সিহঁতে বিভিন্ন ঠাইলৈ যাবলৈ আৰম্ভ কৰিলে। অসমীয়া মানুহৰ মানসিক প্ৰস্তুতিৰ প্ৰচেষ্টাত সিহঁতে একেৰাহে কাম কৰি গ'ল। ছাত্ৰসন্থাৰ তৰফৰ পৰা বিদেশী নাগৰিকৰ ভয়াবহ সমস্যাৰ ওপৰত মঙ্গলদৈ সমষ্টিৰ ভোটাৰ তালিকাৰ ওপৰত কাঠ, চাহ, বাঁহ, তেলৰ ওপৰত কেন্দ্ৰৰ শোষণনীতিৰ ওপৰত এটাৰ পিছত আন এটা বক্তৃতা সিহঁতে গাঁৱে ভূঞে দিলে।

পৃথিৱী, অশান্ত, যোচেফ আৰু স্বদেশে লাইব্ৰেৰীত বিভিন্ন সমস্যাৰ ওপৰত পঢ়া-শুনা কৰি এটাৰ পাছত আন এটা তথ্যগধুৰ প্ৰবন্ধ সংস্কৃতিত নীলাচলত, অগ্ৰদূতত প্ৰকাশ কৰি যাবলৈ ধৰিলে। একমাত্ৰ উদ্দেশ্য জনতাই পঢ়ক, বুজক, জানক-এইখিনি আমাৰ সম্পদ, এইখিনি আমাৰ ঐতিহ্য, এইখিনি আমাৰ ইতিহাস—তাৰ বিপৰীতে এয়া আমাৰ ওপৰত শোষণ এয়া ষড়যন্ত্ৰ—এয়া অত্যাচাৰ—

সময়বোৰ পাৰ হৈ গ'ল। ইউনিভাৰচিটি স্কুল, কলেজ বোৰ বন্ধ হৈ যোৱাৰ উপক্ৰম হ'ল। আন্দোলন এটা পৰ্য্যায়ৰ পৰা আন এটা পৰ্য্যায়লৈ উন্নীত হ'ল। কোনো ফালে ভ্ৰূক্ষেপ নকৰাকৈ দৃঢ়ভাবে সংগঠন চলাই গ'ল স্বদেশ, কামাল,চেতনা, প্ৰীতিকণা, কুনাল, যোচেফ, অশান্ত, পৃথিৱী, সমীৰণ হঁতে। কৰ্তব্যৰ কঠোৰতাৰ মাজতে শিষ্টাচাৰৰ সীমা চোচৰাই সিহঁতৰ মাজত গঢ় ললে এটা সম্পৰ্কই। যাৰ নাম আত্মীয়তা। গুৱাহাটীৰ মানস, ডিব্ৰুগড়ৰ কামাল, সমীৰণ, বৰপেটাৰ কুনাল, স্বদেশ, চেতনা নলবাৰীৰ প্ৰীতিকণা, মাৰ্ঘেৰিটাৰ অশান্ত, যোচেফ আৰু তেজপুৰৰ পৃথিৱী চলিহা—এক অনন্য সংযোগ—চিন্তাশীলতা



প্ৰাণশক্তি, শিক্ষা—জ্ঞান আৰু বুদ্ধিমত্তাৰ অপূৰ্ব সমন্বয়। ইকনমিক্‌চ, ফিজিক্স, পলিটিক্স, হিষ্ট্ৰী, ফিলচফীৰ মিশ্ৰণ। মূলত সেই একেই দৰ্শন। একেটাই লক্ষ্য আৰু আদৰ্শ। মুমূৰ্ষু জাতিটোক এটা প্ৰাণৱন্ত ৰূপ দিয়া—যি উপায়েৰেই নহওক লাগিলে।

"এই আশু—"

ব্যস্ত খোজেৰে গৈ থকা অশান্তক পৃথিৱীয়ে ৰখাই দিলে।

"মোক মাতিছিলা ?"

"তোমাক নামাতি নোটিচ বোৰ্ড" খনক মাতিছিলোঁ বুলি ভাবিছা নেকি ? শুনা—কথা আছে।"

অশান্তই হাঁহিমুখে এখোজ ওচৰ চাপি আহিল।

"কোৱাঁ মহাৰাণী।"

"ধেমালি নহয়। তুমি গৈছিলা ক'লৈ ?"

'গৈছিলোঁ নহয়। লাইব্ৰেৰীলৈ যাওঁহে।'

"এতিয়া নালাগে যাব দিয়া। কামালক লৈ কেন্টিনলৈ আহাঁচোন।"

"কিয় ?"

"আহাঁনা তুমি—শুনিবা নহয়। মই যাওঁ—সোনকালে আহিবা কিন্তু।" ব্যস্তখোজেৰে আঁতৰি গৈছিল পৃথিৱী।

কামালক লৈ অশান্ত যেতিয়া কেন্টিনলৈ আহিল তাত তেতিয়া আটাইবোৰ গোট খাইছিল। আটাইৰে মুখবোৰ কিছু গম্ভীৰ। অশান্ত হঁত সোমাই যোৱা দেখি স্বদেশে মাতিলে।—

"আহ আশু, কামাল—"

চকীদুখন টানি লৈ সিহঁত বহিল।

"কোৱাঁ পৃথিৱী।"

"মই কৈছোঁ।" কুনালে গম্ভীৰ সুৰত আৰম্ভ কৰিলে।— "অশান্ত বৰুৱা, তুমি 'সংস্কৃতি' নামৰ এখন জাতীয় সচেতন আলোচনীৰ সম্পাদক ?"

"কিয় সুধিলে ?" অবাক হ'ল অশান্ত। কুনালে আনকালে তাক তই বুলি মাতে।

"এই কাৰণেই সুধিলোঁ—অশান্ত বৰুৱাই ৰাজ্য খনৰ পৰিস্থিতিৰ বিষয়ে জানে ?"

"তহঁতৰ কি ধাৰণা ?" উত্তৰোত্তৰ অৱাক হ'ল অশান্ত। এই প্ৰশ্ন কিয় ?

"আমাৰ একো ধাৰণা নাই—" কুনালে চকীখনত আউজি বহি ওপৰলৈ মুখ কৰি চিগাৰেট হঁপি হুপি ক'লে।

অলপ সময় কোঠাটোলৈ নীৰৱতা নামি আহিল। অশান্তই একো নামাতি প্ৰত্যেকৰ মুখলৈ চালে। আটাইৰে চকুত এটা চেপা ৰংচোৱা কৌতূহল। মুখখন ঘূৰাই সি তীব্ৰ দৃষ্টিৰে কুনাললৈ চালে—

"হঠাৎ এই প্ৰশ্ন কিয় ?"

"কাৰণ আছে।" চকু দুটা মুদি লাহে লাহে এমুখ ধোঁৱা এৰি দি কুনালে ক'লে—

"অশান্ত বৰুৱাই ৰাজ্যখনৰ পৰিস্থিতিৰ বিষয়ে ক'ব লাগে"

"ৰাজ্যখনৰ বৰ্ত্তমান পৰিস্থিতি ?"

"ৰাজ্যখনৰ বৰ্ত্তমান পৰিস্থিতি তহঁতৰ সমুখত ব্যাখ্যা কৰাৰ কোনো যুক্তি দেখা নাই। তথাপি কৈছোঁ—এচ এল শাকধেৰে নিৰ্ব্বাচন হৈ যোৱাৰ পাছত হে ভোটাৰ তালিকা শুধৰোৱাৰ নিৰ্দ্দেশ দিছে। অসমৰ নিৰ্ব্বাচনী আয়ুক্তক। মই জনামতে দ্বিতীয় পৰ্যায়ৰ আন্দোলন খুব সোনকালেই আৰম্ভ হ'ব। আৰু দ্বিতীয় পৰ্য্যায়ৰ আন্দোলনত এইবাৰ চৰকাৰী কাৰ্যালয়ৰ সমুখত গণপিকেটিঙৰ কাৰ্য্যসূচী লব পাৰে।"

"সুন্দৰ। কিন্তু অশান্ত বৰুৱাই এটা কথা জানেনে যে অসমৰ স্কুল-কলেজৰ হোষ্টেল বিলাক খালী কৰি দিয়াৰ নিৰ্দ্দেশ আহিছে।"

"অ'—শুনিছোঁ কথাটো।"

"বেছ—বেছ সুন্দৰ। এতিয়া পিছে কি কৰা হ'ব সম্পাদক মহোদয় ?"



অশান্ত ভীষণ বিৰক্ত হ'ল। এনেধৰণৰ অমাৰ্জিত সুৰ কুনালৰ কণ্ঠত সি কেতিয়াও শুনা নাই। চকী এৰি থিয় হ'ল সি।

"তই কি ক'ব বিচাৰিছ কুনাল ? ভালদৰে ক—। এই সাধাৰণ কথাৰ কাৰণে তহঁতে মোক নিশ্চয় মাতি অনা নাই।"

অশান্তৰ খং উঠা দেখি আটাই মখাই গিৰ্জনি মাৰি হাঁহিলে। হাঁহি হাঁহি উঠি আহিল কুনাল। অশান্তৰ কান্ধত হাত এখন থলে। "কেনে জব্দ ! বেয়া পালি নেকি আশু ? তোৰ খং উঠাবলৈকে কৈছিলোঁ। বহ না।"

একো নামাতি আকৌ বহিল অশান্তই। খং উঠা বাবে লজ্জিত হ'ল সি। বাস্তৱিকতে আনকালে তাৰ এইদৰে বিৰক্তি নাহে। কালিৰে পৰা সি ভীষণ অন্যমনস্ক হৈ আছে। যোৱা কালিহে সি মাৰ্ঘেৰিটাৰ পৰা আহিছে। মাৰ্ঘেৰিটাতেই তাৰ মনটো তিতা হৈ গৈছিল। বৰ কষ্টেৰে সৰুৰে পৰা কিতাপ গোটাই সি এটা লাইব্ৰেৰী গঢ়িছিল। অৱসৰ বিনোদনৰ আন ভাল উপায় নথকাত অধঃপাতে যোৱা উঠি অহা ডেকা দলটোক ওভতাই আনিব পাৰিব বুলি বৰ আশাৰে ইউনিভাৰচিটিলৈ অহাৰ আগতে দুজনমান ল'ৰাৰ হাতত লাইব্ৰেৰী পৰিচালনাৰ দায়িত্ব দি আহিছিল। তাৰ পাছত বন্ধত ঘৰলৈ যাওঁতে লাইব্ৰেৰীলৈ গৈছিল যদিও খুব ভালকৈ চকু দিব পৰা নাছিল। এইবাৰ মাৰ্ঘেৰিটালৈ যাওঁতে কিবা এটা প্ৰবন্ধৰ বাবে লাইব্ৰেৰীত থকা কিবা এখন প্ৰয়োজনীয় কিতাপৰ কথা মনত পৰাত ভাত-পানী নোখোৱাকৈ চাৰ্টটো সোলোকাই কান্ধত গামোচাখন পেলাই লাইব্ৰেৰীলৈ ওলাই গৈছিল। ওচৰতে ঘৰটো। ব্লকডেভেলপমেণ্টৰ চকীদাৰৰ পৰা সি চাবিপাট খুজিলে। চকীদাৰে তাৰ ভালবেয়া প্ৰশ্ন সুধি চাবিটো উলিয়াই দিলে।

"লাইব্ৰেৰী আগৰ দৰে নাই আৰু আচুবাবু।"

"কিয়" ? অবাক হৈ সি প্ৰশ্ন কৰিলে।

"এই লৰাচৰ একদম ভাল নাই আছে। দিনৰাত হাল্লা কৰি

থাকে। পৰাচুনা এক্কো নকৰে। আজি এক দুই হপ্তা হ'ল এক্টা লৰাভি লাইব্ৰেৰী আহা নাই। হাপ্‌নি লাইব্ৰেৰীটো দি দি ভালকাম নকৰিলে আচুবাবু।"

একো নকৈ চাবিটো লৈ লৰালৰিকৈ লাইব্ৰেৰীলৈ আহিল সি। তাৰ মনত এটা নাম নজনা আশংকা। লাহে লাহে সি তলাটো খুলিলে, দুৱাৰ খন মেলি ভিতৰলৈ সোমাই গ'ল। বহুদিন নোখোলা ঘৰটোৰ বন্ধ বায়ুত এটা উৎকট দুৰ্গন্ধ। সিটো ফাললৈ গৈ খিৰিকী বোৰ সি মেলি দিলে। পোহৰ হ'ল ঘৰটো। ধূলিময় মজিয়াত চিগাৰেটৰ টুকুৰা, চানাৰ কাগজ, আৰু পেকেটৰ দম। আলমাৰী বোৰ চালে, অযত্নত ধূলিত পোত খাই গৈছে। দুখত তাৰ চকুপানী ওলাই গ'ল। সোতাটো লৈ মজিয়াখন সাৰিলে। সিয়ে কিনি দি থৈ যোৱা সোতা। ভাঙি-চিঙি অৱস্থা নাই। জাবৰবোৰ উলিয়াই পেলাই গামোচা-খনেৰেই আলমাৰী বোৰ চফা কৰাত লাগিল। কিতাপবোৰ নমাই আনি মচি মচি ধূলিবোৰ গুচালে। গামোচাখন ক'লা হৈ গ'ল। পাহৰি গ'ল সি—এইমাত্ৰ সি আহি পাইছে। গাটোও ধোৱা নাই ভাত-পানীও একো খোৱা নাই। মাক হয়তো বৈ আছে। এটা আলমাৰীৰ কিতাপবোৰ ঠিক কৰি সি আনটো আলমাৰীৰ ওচৰলৈ আহিল। আলমাৰীটোৰ ওচৰতে বেৰত ওলোমাই থোৱা সৰ্বপল্লী ৰাধাকৃষ্ণণৰ ফটোখন নমাই আনিলে। গামোচাৰে ফটোখন মচি মচি অন্যমনস্ক হৈ সি বহু সময় থিয় হৈ থাকিল। কষ্টৰ, জ্ঞানৰ, সৃষ্টিৰ মূল্য নুবুজা এই আত্মহননৰ বাটবুলা নতুন পুৰুষ চামৰ বাবে সি কষ্ট সঞ্চিত ঐশ্বৰ্য্য হাঁহি মুখে উজাৰি দিছিল। দেশৰ আৰু জাতিৰ ভৱিষ্যতৰ প্ৰতিনিধিত্ব কৰিবলৈ ওলোৱা এই আত্মচেতনা হীন ল'ৰা থিনিৰ হাতত সি তাৰ সঞ্চিত কিতাপৰ ভাণ্ডাৰ তুলি দিছিল।

"দাদা——"

সম্বিৎ ওভতাই পাই ঘূৰি চালে অশান্তই—

"পূৰবী"—তাৰ ভনীয়েক।



"ভাত খাই লবাহি আহাঁ দাদা।" ৰাধাকৃষ্ণননৰ ফটোখন হাতত লৈ আনমনে বৈ থকা ককায়েকৰ বিষণ্ণ মুখলৈ চাই সেমেকা কণ্ঠেৰে পূৰবীয়ে ক'লে।

"তই—তই মোলৈ আগতে নিলিখিলি কিয় ভণ্টি ?"

"লাইব্ৰেৰীলৈ মই নাহোঁ অশান্ত দাদা। ল'ৰাবোৰে বৰ উৎপাত কৰি থাকে। উৎপাত কৰি থাকে বুলি তোমাকতো মই লিখিছোঁৱেই। ভাত খাবলৈ নগ'ল্‌সি। গোটেই লাইব্ৰেৰীটো ঠিক কৰি তিনিটামান বজাত ঘৰলৈ উভতি আহিল। বিশেষ কাৰো লগত ভালদৰে কথাও নাপাতিলে। পিছদিনাই উভতি আহিল। এসপ্তাহ থকাকৈ গৈছিল সি। থাকিবলৈ অলপো মন নগ'ল। প্ৰয়োজনীয় কিতাপ খন বিচাৰি পালে। আনবহুত কিতাপ নাপালে। হেৰাল। তাৰ কষ্ট সঞ্চিত সম্পদৰ মূল্য এই উঠি অহা ডেকা চামে নুবুজিলে।

পৃথিৱীয়ে এইবোৰ কথা অশান্তৰ মুখত শুনিছিল পিছত। ইউনি-ভাৰ্চিটিৰ মিটিঙলৈ অহাৰ বাটত তাই সিহঁতৰ দেউতাক মাৰ্ঘেৰিটালৈ ট্ৰেঞ্চফাৰ হোৱা কথা জনাই মাৰ্ঘেৰিটাত একেলগে সংগঠন কৰিব পাৰিব বুলি মত প্ৰকাশ কৰিছিল। তেতিয়াই অশান্তই গোটেই বোৰ কথা জনাই ক্ষোভত জ্বলিযোৱা মাতেৰে কৈছিল—

"তুমি কৈছা মাৰ্ঘেৰিটাত সংগঠনৰ কাম কৰিবলৈ পালে তোমাৰ ভাল লাগিব। ভুল কথা পৃথিৱী। ফোপজহী আধুনিকতাই খুলি যোৱা সেই জাকৰ মাজত তুমি একো নোপোৱা। যি শিক্ষাক সন্মান কৰিব নাজানে—তিলতিলকৈ গঢ়ি তোলা লাইব্ৰেৰীৰ মজিয়া যি চানাচুৰ চিগাৰেটৰ পেকেটেৰে লেতেৰা কৰে— আত্মাভিমান যি ভৰিৰে মোহাৰি যায়—সিহঁতক লৈ দেশৰ বাবে কিবা এটা কৰিব পাৰিবা বুলি তুমি কেতিয়াও আশা নকৰিবা।"

উত্তৰত তাই কৈছিল—"নহয় অশান্ত—শিক্ষাব্যৱস্থাৰ আৰু ঘৰুৱা শিক্ষাৰ অভাৱত সিহঁতে পথ ভুল কৰিব পাৰে—সেই বুলি চেষ্টা এৰি দি এইদৰে হতাশ হৈ পৰিলে সমাজখন আৰু জাতিটো ধ্বংস হ'বলৈ

কিমান দিন লাগিব ? হতাশ নহবা চোন। ক্লাচ আৰু ন'হব চাগে। মাৰ্ঘেৰিটালৈ যদি যোৱা হয়, মোৰ নিজস্ব কলেক্‌চনটো লৈ নাম। তুমি, মই, যোচেফে মিলি লাইব্ৰেৰীটো নতুন কৰিম তুমি লাগি থকা নাই কাৰণেহে—চাবা, চেষ্টা কৰিলে মাৰ্ঘেৰিটাৰ পৰা সমগ্ৰ অসমলৈ আমি নতুন চিন্তা ধাৰা এটা প্ৰবাহিত কৰিব পাৰিম।"

"সঁচাকৈয়ে মনটো বৰ বেয়া হৈ যায়। অথনি সেই কাৰণে মোৰ খং উঠি গৈছিল। কুনালৰ কথাবোৰ সহ্য কৰিব পৰা নাছিলোঁ।"

"সঁচাকৈ অথনি বিশেষ একো আলোচনাই ন'হল। ইউনিভাৰ্চিটি কেন্টিনত কুনালে তেতিয়া সকলোকে উদ্দেশ্য কৰি কৈছিল—

"তোমালোকে ভাবি চোৱাঁ, ইমানদিনে আমি আটাই কেইটাই মিলি 'সংস্কৃতি' খন চলালোঁ। সংগঠনৰ কামত আমি যথেষ্ট আগবাঢ়িলোঁ। ক্লাচ যে হ'ব আশা নাই। 'সংস্কৃতি' খন বাৰু অশান্ত আৰু যোচেফেই মাৰ্ঘেৰিটাৰ পৰা চলাব। কিন্তু আমাৰ শিক্ষা আৰু অভিজ্ঞতাখিনি একোটা সৰু অঞ্চলত আবদ্ধ নাৰাখি ব্যাপক ভিত্তিত আমি কিবা এটাকৰিব পাৰোঁ। তোমালোকে চিন্তা কৰি চাবা কথাটো।"

"কথাটো সঁচা। আশান্তৰে কিবা কবা ?" পৃথিৱীয়ে কৈছিল।

"মই ? এতিয়া—ও, এটা কাম কৰা—আবেলি সময়ত 'মানৱ'ৰ তালৈ আহাঁ। তাতেই কথা পাতিম। মিটিং এখন আছে। মনত আছে নহয় পৃথিৱী ?"

"অ"—সময় হ'বৰ হ'ল।

"তোমালোকে যদি বেয়া নোপোৱা আবেলি লগ পাম।" অশান্ত যাবলৈ উঠিল।

"স্বদেশ, সংস্কৃতিৰ অহা মাহৰ কপিটোৰ কেইখিলা মানৰ প্ৰুফ কপিটো চাই আহিবা চোন।"

"হ'ব বাৰু। আমি মানৱৰ তাতে গোট খাম। অশান্তহঁতৰ লগতে চেতনা, প্ৰীতিকণা, কামাল, সমীৰণ হঁতো ওলাই আহিল।

এনেকৈয়ে—কেইজন মান প্ৰাণৱন্ত ল'ৰা-ছোৱালীৰ অকৃত্ৰিম প্ৰচেষ্টা



আৰু চিন্তাৰ গভীৰতাৰ পৰা জন্ম হ'ল—স্বদেশ মুক্তি মন্ত্ৰ লৈ, অফুৰন্ত কৰ্মোদ্যম আৰু নিষ্ঠাৰে—"মাতৃ সংঘৰ। সাময়িক ভাৱে সিহঁত হ'ব পৰিচালক গোট। গোটেই অসমতে 'মাতৃ সংঘৰ কৰ্মীশাখা গঠন কৰা হ'ব। আসনৰ নেতৃত্বৰ প্ৰশ্ন নাই। সমগ্ৰ কৰ্মীশাখাৰ প্ৰতিনিধিৰে জিলা কৰ্মীগোট আৰু জিলা কৰ্মী সমন্বয় কমিটি গঠন কৰা হ'ব। সময়ৰ মূৰে মূৰে সিহঁত গোট খাব। সকলো কৰ্মী শাখাৰ নিজস্ব প্ৰতিবেদন আৰু কৰ্ম আঁচনি 'জিলা কৰ্মীগোটৰ যোগেদি দাখিল—কৰিব। কৰ্মী সমন্বয়ে' পৰিচালক গোটৰ সহযোগত কৰ্ম আচনি প্ৰস্তুত—কৰিব। কেৱল আন্দোলনৰ কাৰণে সিহঁতে 'মাতৃসংঘ' গঠন কৰা নাই। অসমীয়া জাতিৰ পুনৰ্গঠনৰ বাবে ইয়াৰ সৃষ্টি...।

"বাইদেও, আপুনি দুআষাৰ কবনেকি ?

বাস্তবলৈ উলটি আহিল পৃথিৱী। অলপ উচপ্ খোৱাৰ ধৰনে লৰাজনলৈ চালে।

"মই ?"

"হয়"

ইতিমধ্যেই কেবাজনৰো বক্তৃতা শেষ হৈছিল। গহীন খোজত উঠি গল পৃথিৱী। মাইকটো এহাতেৰে থিককৰি লৈ তাই শান্ত অথচ তীব্ৰ দৃষ্টিৰে চালে। তাৰপাচত লাহে লাহে সাৱলীল ভঙ্গীমাৰে কৈ গ'ল—

কৈ গ'ল কম পৰিসৰত এটা জাতিৰ ইতিহাস—সংগ্ৰামৰ ইতিহাস। শোষণ আৰু দমনৰ বিৰুদ্ধে চলোৱা গতিময় জাতীয় জীৱনৰ প্ৰতিটো পাকতে ঘটা ৰক্তক্ষয়ী যুজৰ কাহিনী। আত্মগৰ্বত উথলিউঠা জনতাৰ উদ্বেলিত বক্ষক প্ৰকাশহীন দুখৰ স্পন্দনলৈ পৰিবৰ্ত্তিত কৰি দ্বিতীয় স্তৰত পৃথিৱীয়ে বুজাইদিলে জাতিটোৰ ঐতিহ্যমণ্ডিত সম্পদক লুটিবলৈ সুদীৰ্ঘদিন ধৰি চলি অহা প্ৰচেষ্টাৰ কথা। বুজাই দিলে অসমত লক্ষ লক্ষ বিদেশী অনুপ্ৰৱেশৰ অন্তৰ্নিহিত প্ৰকৃত কাৰণ। সামান্য উত্তেজিত অথচ দুখৰ সুৰত তাই কৈ গ'ল—

"আপোনালোকে নাভাবিব কেৱল বিদেশীৰ ভোটেৰে শাসনৰ

বাঘজৰি হাতলৈ অনিবৰ বাবে লক্ষ লক্ষ বিদেশী নাগৰিকক অবৈধ ভাবে ভাৰতত নিৰ্ব্বিবাদে প্ৰবেশ কৰিবলৈ দিয়া হৈছে। ইমান সাধাৰণ উৰ্দ্দেশ্যৰ বাবে পৱিত্ৰ ভাৰত ভূমিক অপৱিত্ৰ কৰিবলৈ এৰিদিয়া হোৱা নাই। ইয়াৰ উৰ্দ্দেশ্য তাতোকৈ গভীৰ—বহুত গভীৰ। উত্তৰ পূৰ্ব্বাঞ্চলৰ শক্তিৰ মেৰুদণ্ড ভাঙি দিবলৈ এয়া এক দীৰ্ঘদিনীয়া প্ৰচেষ্টা। পৰিকল্পিত ষড়যন্ত্ৰ। ইয়াৰ পাতনি কেৱল মাথো ৩২ বছৰ আগতে হোৱা নাই। তাতোকৈ আগতে বহুত আগতে, ইতিহাসৰ আদিৰে পৰা ইয়াৰ আৰম্ভণী।

......সেই ষড়যন্ত্ৰই প্ৰায় সফলতাৰ স্তৰ পাইছেহি। বিদেশীৰ সংখ্যা গৰিষ্ঠতাৰ ওচৰত অসমীয়াৰ সংখ্যা নগণ্য। অনাঅসমীয়া মাতকথাৰ কোলাহলত অসমীয়াৰ মুখৰ মাত হেৰাই ফোৱাৰ উপক্ৰম হৈছে।......

বিদেশী অনুপ্ৰৱেশৰ অন্তৰ্নিহীত উৰ্দ্দেশ্য স্পষ্ট ভাষাত প্ৰকাশ কৰি তৃতীয় স্তৰত দৰদী আবেগময় কণ্ঠেৰে ব্যক্ত কৰিলে জনতাৰ বুকুত লুকাই থকা ফুলকুমলীয়া ভাতৃ বিয়োগৰ অপ্ৰকাশিত বেদনাক শব্দৰ গঠনিৰে গাঠি গাঠি।

পৃথিৱীৰ বক্তব্য শেষ হ'ল। গহীনখোজেৰে তাই মৰিয়মৰ ওচৰলৈ উলটি আহিল। মঞ্চৰ সন্মুখৰ জনতা মুক-জড়। চাপৰি কোনেও নবজালে। সমগ্ৰ জনতা যেন এক স্থিৰ চিত্ৰত পৰিণত হ'ল। নিহতৰ বুকুৰ সমষ্ট অপ্ৰকাশিত আক্ষেপ, ক্ষোভ, আৰু নষ্টৰ অনুভূতি খিনি কাঢ়ি নি সিহঁতৰ সন্মুখত শব্দৰ বান্ধোনেৰে বান্ধি প্ৰকাশ কৰি দিয়াত সিহঁতৰ বুকুৰ পৰা এক পাষান ভাৰযেন নামিগ'ল। জনতাৰ বুকুৰ প্ৰজ্বলিত অগনিক নিজৰ বক্ষৰ অগনিৰ লগত মিলাইদিলে পৃথিৱী চলিহাই। এক অনেকৰ এক হৈ জনতাক উদ্বেলিত কৰিলে। দুগুনে জ্বলালে প্ৰজ্বলিত চেতনাৰ অগনি। ইতিহাসৰ পৰা যুক্তি। যুক্তিৰ পৰা আবেগেৰ ৰাজ্যত সোমাই শব্দৰ আৱৰ্ত্তত আপোনহৰা হোৱা অজস্ৰ মানুহে গহীন খোজেৰে উলটি যোৱা সহজ সাধাৰণ পৃথিৱী চলিহালৈ এক অবোধ্য



মুগ্ধতাৰ দৃষ্টিৰে সামান্য সময়লৈ নীৰৱে চাইৰ'ল। তাৰ পাচত হঠাতে তুমুল হাতচাপৰিৰ শব্দত ৰজনজনাই গ'ল মুকলি পথাৰৰ চৌদিশ। অশান্ত, ৰবীন, যোচেফ, সমুদ্ৰ হঁতে জনতাৰ মাজৰ পৰা চাই ৰ'ল। সেয়াযেন সমৰ্থনৰ কোলাহল নহয় সেয়াযেন অন্যায়ৰ বিৰুদ্ধে প্ৰৱঞ্চনাৰ বিৰুদ্ধে মুকলি প্ৰত্যাহ্বানৰ তুৰ্য্যধ্বনিহে।

ৰুমালেৰে মুখখন মচি মচি পৃথিৱীয়ে মৰিয়মৰ ওচৰলৈ উলটি আহিল। তাইৰ ডিঙিটো শুকাই গৈছিল। সেয়ে মৰিয়মৰ হঁহিমুখৰ কথালৈ আওকান কৰি তাই তললৈ চালে।

"বিজু শুনা। লৰাকেইটামানৰ লগত কিবা কথা পাতি থকা বিজুক পৃথিৱীয়ে মাতিলে—"

"বাইদেউ ?"

"পানী দিবা এগিলাচ ? সন্মতি জনাই বিজু নামি গল। সামান্য সময়ৰ পাচত পানী এগিলাচ আনিদিলেহি।

"খুব ভাল লাগিল পৃথিৱী বাইদেউ।"

"সচা ?

"ও—"

"অশান্তই নকয় নেকি ?

"জানো—নকয় চাগে। লৰা কেইজনমানৰ লগত কথা পাতি আছে।"

অ'—হববাৰু তুমি যোৱা। বিজু নামি গ'ল। পৃথিৱীয়ে মৰিয়মলৈ চালে। আচলেৰে মুখখন ঢাকি হাঁহি আছে। অবাক হল তাই।

"হাঁহিছা কেলেই ?"

"জানে পৃথিৱী বাইদেউ—মৰিয়মে হাঁহি হাঁহি ক'লে—আপুনি কৈ থাকোতে নেঁওগ বোলাজনে কিবা কিবি মন্তব্য দি আছিল—

কিবা কিবি মন্তব্য ?

অঁ—

গহীন হল পৃথিৱী। কিহৰ মন্তব্য তাই নুসুধিলে। তাই জানে

সিহঁতৰ সংগঠনটোৰ ওপৰত চহৰত এচাম নেতাৰ চকু পৰিছে। দ্ৰুতভাবে ইয়াৰ সংগঠনৰ ক্ষেত্ৰ বহল হৈ যোৱা বাবে বহুতে সহ্য কৰিব পৰা নাই। আচৰিত লাগে পৃথিৱীৰ—কিমান আশাৰে দেশখনক কিবা এটা দিব পাৰিব বুলি সিহঁতে সংগঠন এটা গঢ়ি তুলিছে। উঠি অহা ডেকা চামৰ ব্যক্তিত্বৰ মেৰুদণ্ড দৃঢ় কৰি ভৱিষ্যতৰ এটা শক্তিশালী জাতি গঢ়াৰ বাবে কি কষ্ট সাধনাৰে প্ৰস্তুতি চলাব লগা হৈছে—পৃথিৱীয়ে জানে। অথচ এই প্ৰচেষ্টাক নষ্ট কৰিবলৈ দেশপ্ৰেমৰ ববৰৰ মাতমতা এচাম মানুহেই উঠি পৰি লাগিছে—

সামান্য সময়ৰ পাচত মিটিঙখন শেষ হ'ল। আটাইবোৰ মঞ্চৰ পৰা নামি আহিল।

... ... ...

"আম্মাজান! দুৱাৰ খোলা।" দুৱাৰত ঢকিয়াই থকা ৰিয়াজৰ চিঁঞৰত বাস্তৱলৈ উলটি আহিল বেগম মৰিয়ম। এটা হুমুনিয়াহ কাঢ়ি কলমডাল বন্ধ কৰি থলে। লিখিথকা কাগজ খিনিলৈ চালে। বেচ কিছু লিখিলে তেওঁ। বহি থকাৰ পৰাই মাত দিলে—

"গৈছো ৰিয়াজ।"

"সোনকাল কৰা। ডাঙৰ খবৰ আছে।"

"গৈছো।" তেওঁ জানে ৰিয়াজে কি খবৰ দিব। সেয়ে বিশেষ অস্থিৰ নহৈ তেওঁ কাগজবোৰ থিক্‌কৈ থলে। কামৰ লগে লগে ভাবি গ'ল তেওঁ।—

পৃথিৱী, যোচেফ, অশান্ত হঁত মাৰ্ঘেৰিটাৰ যুৱক সকলক একগোট কৰিছিল। গঠন কৰিছিল কৰ্মী শাখা।

প্ৰদীপ, অনল, অবনী, প্ৰত্যুষ, নিলাঞ্জন, উদিত, বাসৱ, বিজু হঁতৰ দৰে লৰাবোৰৰ সুপ্ত চেতনাক আৰু বিদিশা, নিসা, জেউতি, পুতলী, মিনাক্ষী, নিজৰা হঁতৰ দৰে ছোৱালীৰ ঢাকখোৱা সংগ্ৰামী মানসিকতাক



সিহঁতে প্ৰকাশৰ পোহাৰলৈ আনিলে। অশান্ত হঁতৰ লাইব্ৰেৰীত কিতাপ পঢ়া লৰাছোৱালীৰ ভীৰ বাঢ়িল। সংস্কৃতিত লিখিব পৰাকৈ বহুত উপযুক্ত লৰাছোৱালী ওলাল। সময় বাগৰি গ'ল। আন্দোলন তীব্ৰৰ পৰা তীব্ৰতৰ হ'ল। অশান্ত হঁতৰ একেটা চুবুৰীৰে মৰিয়ম আৰু অশান্তৰ ভনীয়েক পূৰবীয়েও সমানে খাটিলে। অথচ সিহঁতৰ বয়সেই বা তেতিয়া কিমান?

"আম্মাজান—।" ৰিয়াজৰ চিঁঞৰত লৰালৰিকৈ ওলাই আহিল বেগম মৰিয়ম। তেতিয়া তিনিটা বাজি গৈছে।

° ° °

॥ দুই ॥

লাইব্ৰেৰীৰ বাহিৰৰ সৰু ঘাহঁনি ডৰাত সিহঁত বহি আছিল। অশান্ত, যোচেফ, বাসৰ, প্ৰত্যুষ, অনল, তাৰিণী, উদিত, মৰিয়ম, নিশা, আৰু পৃথিৱী। প্ৰত্যুষ, অনল, তাৰিণী আৰু উদিত সেইদিনা প্ৰথম লাইব্ৰেৰীলৈ আহিছে। আহিছে নহয় পৃথিৱীয়ে মাতি আনিছে সিহঁতক বিজুৰ যোগেদি চিনাকী হৈ মাতি আনিছে। এই প্ৰচেষ্টা মৰিয়মৰ। কান্ধত হাত এখন অলস ভাবে পেলাইথৈ পৃথিৱীয়ে অনল হতৰ চকুলৈ চাই কথাকৈ আছিল।

গহীন মুখখনৰ অদ্ভুত শান্ত চকুদুটাত তাইৰ জুই জ্বলিছিল। বুকুত চেপিৰখা যন্ত্ৰনাবোৰ—তাইৰ চকুৰে লোতকহৈ বাগৰিছিল। কৈছিল তাই—অসমীয়া জাতিৰ পূৰ্ববাঞ্চলৰ ওপৰত থকা কতৃত্বৰ মেৰদণ্ড ভাঙি দিবলৈ সুদীৰ্ঘদিন ধৰিচলা প্ৰচেষ্টাৰ কথা। পৰিকল্পিত প্ৰৱজনৰ কাহিনী উদাস দৃষ্টিৰে দূৰৰ ফিল্ডত খেলি থকা লৰাছোৱালী কেইটালৈ চাই চাই তাই কৈছিল—

তোমালোকে ভাবিব নোৱাৰা কি প্ৰচণ্ড প্ৰৱঞ্চনা আমাৰ ওপৰত কৰি অহা হৈছে। আমাক নিঃশেষ কৰিবলৈ কি ষড়যন্ত্ৰ চলিছে। দিনৰ পিছত দিন ধৰি লানি নিছিগা ধাৰত আমাৰ ইন্দ্ৰানীৰ দৰে ঐশ্বৰ্য্যময়ী আইক নিঃশেষ কৰিবলৈ সিহঁত আহিয়েই আছে। জননী বুলি মূৰদোঁৱাই নিজেকে অসমীয়া বুলি চিনাকী দিয়া জনক আমি উদাৰভাৱে বুকুত ঠাইদিছো। যিয়েই আমাৰ ওচৰলৈ আহিছে তাকেই আমি ভাই বুলি বুকুত সাৱতি লৈছো। সিহঁতৰ সোমোৱাৰ বাট আমি নিজেই মুকলি কৰি দিছো। আমাৰ ঐশ্বৰ্য্যৰ ভড়ালৰ সিংহদ্বাৰ আমি নিজেই মুকলি কৰিদিছো। কিন্তু আমাৰ চকুৰ আগেদি সিহঁতি এপদ এপদকৈ বস্তু আতৰাই নিছে আমি উপলব্ধি কৰিব পৰা নাই, আমাৰ মৃত্যুবান আমি নিজেই আদৰি আনিছো। আমাৰ বঢ়াভাত সিহঁতে



কাঢ়ি খাইছে আমি নীৰবে চাই আছো। আমাৰ সজোৱা ফুলনিক সিহঁতে চৰণীয়া পথাৰ কৰিছে আমি মাত মতা নাই। কিন্তু আমিতো মূৰ্খ নহয়? আমিতো অশিক্ষাৰ আন্ধাৰত জীৱন কটোৱা নাই। তেন্তে আমি, তুমি-মই সকলোৱে একগোটহৈ থিয় দি জাতিটোক পুণৰ্জীৱিত কৰিবলৈ আগুৱাই যাবপৰা নাই কিয়? কিয়? মোক কব পাৰিবা তোমালোকে?" তীব্ৰ দৃষ্টিৰে তাই প্ৰত্যেকৰ মুখলৈ চালে—

"প্ৰত্যুষ তুমি কোঁৱা তোমালোকৰ দৰে তেজাল সন্তান থাকোতে জননীয়ে চকুলো টুকিব লগা হৈছে কিয়?

প্ৰত্যুষে তলমূৰ কৰিলে। অলপসময় তাৰ চকুলৈ তীব্ৰভাৱে চাই থাকি দৃষ্টি উভতাই আনিলে পৃথিৱীয়ে—

তুমি কোৱা অনল?—তাৰিণী—উদিত?" এজন এজনকৈ প্ৰত্যেকৰ চকুলৈ চাই প্ৰশ্ন কৰিলে তাই। তাইৰ চকুলৈ চাই থাকিব নোৱাৰিলে সিহঁতে তলমূৰ কৰিলে। অৱাক হৈ গ'ল অশান্ত হঁত। পৃথিৱীৰ বুকুত যে ইমান একুৰা জুই আছে ভাবিব নোৱাৰিছিল সিহঁতে।

"নাজানা নহয়? কেনেকৈ জানিবা? নিজৰ বাহিৰে দেশখনৰ কথা—জাতিটোৰ কথা দহজনৰ কথা চিন্তা কৰাজানো কেতিয়াবা? তাইৰ মাতৰ কঠোৰতাত উচপ খাই উঠিল চহৰৰ এদল ডেকালৰা। শালীনতা, ভদ্ৰতাৰ ধাৰ নধৰা—প্ৰত্যুষ হঁত—। বুজিপালে সিহঁতে সংকীৰ্ণ চিন্তাৰ গণ্ডীভাঙি অসীমলৈ দৃষ্টি নিক্ষেপ কৰিব পৰাকৈ মানুহ অসমত আছে।

"ইতিহাস পঢ়িছা কেতিয়াবা? পঢ়িছা-মনত নাই নহয়? কন্‌চেং বৰপাত্ৰগোহাঁই হঁতৰ কথা, বাঘহাজৰিকাৰ কথা, ভোটাই ডেকাৰ কথা, তোমালোকৰ মনত নাই নহয়? কিন্তু চিৰাজদৌল্লাৰ কাহিনী, কাল-পুৰুষ অজয়মল্লহঁতৰ কাহিনীচাগে বেচমনত আছে। কেৱল পাহৰি গ'লা অসমৰ কুশল হঁতক, মণিৰাম হঁতক। পাহৰি গ'লা ভাষা জননীৰ বেদীত প্ৰাণ দিয়া অনিল, ৰঞ্জিত, পুতুল, মোজাম্মিল হঁতক। পাহৰিলা

নিষ্ঠুৰতাৰ বলি অনিল, অমূল্য হঁতক। পাহৰিলা ৰাউতা, মদন, তিলক ডেকা হঁতক। কাপুৰুষ তোমোলোক। নিজকে নিজে ঘীণ কৰিবপৰা নীচাত্মীকা বোধত ভূগিছা। তোমালোকে নিজৰ জননীক অশান্তিৰ জুইত জাপিদি অনৰ আইক সজাবলৈ ভালপোৱা মূৰ্তিমান অমানুহ তোমালোক— ।"

হঠাতে বৈ গ'ল তাই। জ্বলি উঠা চকু কেইটা অদ্ভুতভাবে শান্ত হৈ গ'ল। একেলগে বহি থকা দুৰ্দ্দান্ত লৰা কেইটাই তললৈ মূৰকৰি থকা বিষণ্ণ মুখকেইখন দেখি তাইৰ মনটো অনুশোচনাৰে ভৰি গ'ল। কি দোষ সিহঁতৰ? নিজক চিনিপাবলৈ সিহঁতে সুযোগেই বা পালে ক'ত? প্ৰৱঞ্চনাবোৰ বুজিপাবলৈ এইখন সমাজত মুকলি মানসিকতা সৃষ্টিৰ পৰিবেশ ক'ত? অজ্ঞ আৰু ক্ষুদ্ৰ স্বাৰ্থৰ চিন্তাত ব্যস্ত পিতৃ-মাতৃৰ পৰা মুক্ত চিন্তাধৰাই বা সিহঁতে পাবকেনেকৈ?—

শান্তভাবে তাই ক'লে—

"প্ৰকৃততে আমি জাতীয় নিচাত্মীকাবোধত ভূগিছো। তাত তোমাৰ মোৰ কাৰো দোষ নাই। দোষ আমাৰ পিতৃপুৰুষ সকলৰ গাত। তেওঁলোকৰ কৰ্তব্য আছিল আমাক আত্মসচেতন কৰি গঢ়ি তোলা। মুক্তচিন্তাধাৰা দিবৰ চেষ্টা কৰি আমাক অসমীয়া হিচাবে গঢ়ি তোলাতো তেওঁলোকৰ কৰ্তব্য আছিল। তাকে নকৰি তেওঁলোকে আমাক ডাক্তৰ কৰিব বিচাৰিলে, ইঞ্জিনিয়াৰ কৰিব বিচাৰিলে। মানুহহোৱাতো তেওঁলোকৰ চিন্তাৰ বাহিৰত থাকি গ'ল। অলপ বৈ তাই কপালৰ আগৰ বিন্দুবিন্দু ঘামৰ কণিকা বোৰ মচিল'লে। প্ৰত্যুষ, অনল হঁত তেতিয়াও মনেমনে বহি আছিল। পৃথিৱীৰ কথাৰ প্ৰত্যেকটো শাৰীয়ে সিহঁতে মনৰ ভিতৰত চালিজাৰি চাইছিল। কাকো ভয় নকৰে সিহঁতে পৃথিৱীকো নকৰে। কিন্তু পৃথিৱীৰ তীক্ষ্ণ কণ্ঠ আৰু যুক্তিয়ে সিহঁতৰ সমষ্ট উশৃংখলতা আৰু উদণ্ডতা স্তব্ধ কৰি দিছে আজি।

পৃথিৱীয়ে অলপকৈ হাঁহিলে "মই অথনিৰ পৰা অকলেই কৈ আছো। অ'-কি-কৈছিলো?—পিতৃপুৰুষৰ গাত সমষ্ট দোষ জাপিদি



আমি আত্মসান্ত্বনা লভিলে নচলিব। তোমালোক, মই অশান্তহঁতে সকলোৱে মিলি এই যুগব্যাপি চলি অহা প্ৰৱঞ্চনাৰ প্ৰতিকাৰ কৰিব লাগিব। অনিল, সূৰ্য্য, হঁতৰ মৃত্যুক সাৰ্থক কৰিব লাগিব। কোঁৱা—তোমালোকে আমাক সহায় কৰিবা?

"কৰিম পৃথিৱীবাইদেউ।" গভীৰভাৱে সিহঁতে প্ৰত্যেকেই কলে।

তৃপ্তিত বুকু ভৰি গৈছিল পৃথিৱীৰ। সাফল্যৰ আনন্দত হাঁহিছিল অশান্ত, যোছেফ হঁতে। চহৰৰ উদণ্ড ডেকাজাকৰ সুপ্ত দেশাত্মবোধক কথাৰে জগাই তুলিব পাৰি জাতিগঠনৰ ক্ষেত্ৰত সাফল্য লাভৰ কল্পনাত সিহঁতৰ উদ্যম দুগুনে চৰিছিল।

এইদৰেই লাহে লাহে পৃথিৱী, যোছেফ আৰু অশান্তৰ আশাশুধিয়া প্ৰচেষ্টাৰে আৰু—কুনাল-স্বদেশ, প্ৰীতিকনা, চেতনা, কামাল, সমীৰণ, মান্‌সহঁতৰ কষ্ট স্বীকাৰেৰে অসমত গঢ়লৈ উঠিছিল সমাজ সচেতন আৰু সৎ আদৰ্শবান কমাৰে 'মাতৃসংঘ'ৰ শত সহস্ৰ কৰ্মী শাখা। কৰ্মীশাখাবোৰৰ মাজত বিলীন হৈ সমষ্ট অভদ্ৰতা, ভণ্ডামী আতৰাই চূড়ান্ত ত্যাগৰবাবে প্ৰস্তুত হৈছিল—প্ৰত্যুষ, অনলহঁতৰদৰে সমাজৰ আৰ্জিত ফলশ্ৰুতি বোৰে।

• • •

॥ তিনি ॥

"কলৈ যাব অশান্ত ?" ছুপৰীয়াখন যাবলৈ ওলোৱা অশান্তক মাকে আগভেটি ধৰি মাকে শুধিলে।

"আহিপাইছহে মাত্র।"

কবখোজা নাছিল অশান্তই, *কিন্তু সি মাকক ফাকি দিবলৈ* বেয়া পালে।

"লিডুলৈ যাওঁ মা।"

"লিডুলৈ ? কিয় ? নালাগে যাব। তাত যোৱা নিশা গণ্ডগোল হৈছে।

"সেইকাৰণেইতো যাব ওলাইছো। তাত আজি নেপালী মানুহখিনি গোটখাব।" অশান্তৰ কথা শেষ হোৱাৰ আগে আগে গেটখন খুলি যুবক এজন সোমাই আহিল।

"আৰে প্ৰকাশ কেতিয়া আহিলি ? অমুখ হাঁহিৰে মুখখন ভৰাই অশান্ত ছুখোজ আগবাঢ়ি গ'ল।

"ৰাতিপূৱাই আহিলো। কলৈ যাবলৈ ওলাইছ।"

"লিডুলৈ যাওঁ অ'। তাত নেপালী সম্প্ৰদায়ৰ পুৰণি মানুহখিনিৰ মাজত কোনোবাই ভীষণ অপপ্ৰচাৰ চলাইছে। যোৱাৰতি গণ্ডগোল লাগিছিল। আজি খবৰ দিছেহি তাত মানুহবোৰ গোট খাব বোলে। তালৈকে ওলাইছো।"

"চোৱাঁচোন প্ৰকাশ—ইয়াৰ শৰীৰৰ অৱস্থাতো ? দিনটোতো ঘৰত নাথাকেই নিশাও এপৰমানত সোমাবহি।"

প্ৰকাশে একো নকলে। অশান্তই হাঁহিলে আৰু মাকক এহাতেৰে সাৱতি ধৰি ক'লে—"তুমি থাকোতে মোৰ শৰীৰ বেয়া হব —এয়া কেনেকুৱা কথা মা ?"

"কেতিয়াবা চাবি এই চিন্তা কৰি কৰিয়েই মই মৰিম।"



"ওঁহো—নহব। তোমাৰ, মোৰ সকলোৰে হাঁহিমুখ চোৱাৰ আগতে তুমি কেতিয়াও মৰিব নোৱাৰা।"

অশান্তই ঘড়িটোলৈ চাই পিচত মাকৰ মুখলৈ চাই অলপ লৰালৰিৰ সুৰত কলে—মই যাওঁ মা। আবেলি পৃথিৱী আহিলে পূৰবীক মইদিয়া কাগজ খিনি লৈ লাইব্ৰেৰীলৈ যাবলৈ কবা। প্ৰকাশ—তইতো থাকিবিয়েই ছুদিনমান। আবেলি লগপাম। এতিয়া যাওঁদেই। বেয়া নাপাবি।"

"যাওঁ বাৰু।"

এবাৰো পিচলৈ উলটি নোচোৱাকৈ দীঘলদীঘল খোজেৰে অশান্ত ওলাই গ'ল। ছুৱাৰত এহাতেৰে ধৰি শূন্য দৃষ্টিৰে চাই থাকিল মাক।

"কলৈ গ'ল সি ?"

দেউতাকৰ মাতত উলটি চালে মাকে।

"লিডুলৈ যাব হেনো। কিযে হ'ল লৰাটোৰ-প্ৰেছৰ পৰা লাইব্ৰেৰী, লাইব্ৰেৰীৰ পৰা সংঘৰ কাম। এই গণ্ডগোলত আকৌ লিডুলৈ। মোৰ বুকুখন কঁপিছে।"

কৰক দিয়াহে। তাৰ বয়সত স্বাধীনতা যুঁজত আমিও এনেকৈয়ে লাগিছিলো। তুমি-মই-আমি এনেকৈ ল'ৰাবোৰ ওলাই যাবলৈ নিদিলে কেনেকৈ দেশখন উদ্ধাৰ হবহেঁ ? তুমি কমল, খৰ্গেস্বৰ হঁতলৈকে মনত পেলোৱাচোন ?"

"আপুনিয়েই তাৰ মূৰটো খালে। লৰাবোৰ বুকুৰ মাজৰ পৰা হেৰাই যোৱাৰ কি কষ্ট বাপেকহৈ আপুনি কি বুজিব ?"

"ইহঁতৰ মূৰ আমি খাব নালাগে। সময় আহিলে সময়ে নিজৰ প্ৰয়োজন এইদৰেই পূৰ কৰি লয়। ভিতৰলৈ ব'লা। আঁহা প্ৰকাশ। তোমাৰ লগত কথাই পাতিব পৰা নাই।"

তিনিও জন ভিতৰলৈ সোমাই গ'ল। অশান্তৰ দেউতাকে ধৈৰ্য্য আৰু সহজ সুৰত কথাকেইটা কৈছিল যদিও তেওঁ অনুভৱ কৰিলে তেওঁৰো বুকুখন কঁপিছে। ঠিক এনেদৰেই এই অশান্তটোৰ দৰেই

তেওঁও তেতিয়াৰ সন্ত্ৰাসবাদী নেতা হিচাপে খ্যাত নবীন বৰুৱাই মাকৰ বাধা নামানি তুপৰীয়া সময়ত ঘৰৰ পৰা ওলাই গৈছিল। উভতি আহিব আৰু নোৱাৰিলে। ৰেল লাইন বগৰোৱাৰ অপৰাধত আত্মগোপন কৰি থাকোতে সুদূৰ ধুবুৰীত বহি খবৰ পাইছিল মাক ঢুকাল। কন্দা নাছিল বৰুৱাই। কোনো নিয়মেই পালন কৰিব পৰা নাছিল। সেই কথাই ইমানদিনৰ মূৰত মনত পৰি বৃদ্ধ বৰুৱাৰ চকু সেমেকাই পেলালে। অশান্ত হঁত তেতিয়া বহুত দূৰত।

"মই নবহো আৰু মাহীদেউ। অশান্তও নাই। পূৰবী জনীও নাই। আবেলিকে আহিম।"

"বহঁাচোন। বৌৱেৰাৰ লগত কথা পাতা।"

অশান্তৰ মাজুনবৌৱেক। সুন্দৰ সাদৰী নবৌৱেক জনী ভিতৰৰ পৰা ওলাই আহিল। প্ৰকাশে অলপ সময় কথা পাতিলে। তাৰ পাচত ঘৰৰ আটাইবোৰকে মাত লগাই ওলাই আহিল। প্ৰকাশৰ ঘৰটো অশান্ত হতৰ ঘৰৰ একেবাৰে মুখামুখী। প্ৰকাশ দিল্লী ইউনিভাৰ্চিটিত এম. এ. পঢ়ে। প্ৰকাশ অশান্তৰ অভিন্ন হৃদয়ৰ বন্ধু। বহুদিন তুয়োটৰ দেখাদেখি হোৱা নাই। তথাপি চিঠিপত্ৰৰে সকলো খবৰ আদান প্ৰদান হৈ থাকে। চিঠিতে সি পঢ়ে গমপায়-পৃথিৱীৰ কথা, সমুদ্ৰৰ কথা, কুনালৰ কথা মাতৃসংঘৰ সংগঠনৰ অগ্ৰগামীতাৰ কথা।

অশান্তৰ মাকে প্ৰকাশক-অশান্তক ওভতাই আনিবলৈ খাটিছে। মাকৰ মন। ভয় খায়। ভবুকি দিয়া ফোনৰ কলবোৰে, চিঠিপত্ৰবোৰে তেওঁৰ বুকুত আশঙ্কাৰ কপনি তোলে। দিনে দিনে গহীন হৈ যোৱা, ঘৰত থকা সময় খিনিক, কিতাপৰ পাতত মূৰগুজি থকা, লিখি লিখি ৰাতি পুৱাই দিয়া অশান্তৰ ক্লিষ্ট মুখে তেওঁক অসম্ভৱ চিন্তিত কৰে। সুন্দৰ ধেমেলীয়া অশান্তৰ নবৌৱেক, ভনীয়েক, মাকৰ লগৰ সৰু সৰু তুষ্টামীবোৰ হেৰাই যোৱা দেখি মনে মনে চকু পানী মচে।

ঘৰলৈ আহি কিতাপ এখন লৈ বিচনাত পৰিল প্ৰকাশ। ভাবিলে অশান্তৰ কথা—



আজি সি ক'ত? সুন্দৰ সুঠাম অশান্ত বৰুৱাৰ সেই উচ্চলতা ক'ত হেৰাই গ'ল? ক'ত হেৰাই গ'ল তাৰ সৰু সৰু তুষ্টামিবোৰ, হঁাহিবোৰ, ধেমালীবোৰ? আজিও সি কবিতা লিখে সঁচা। কিন্তু তাৰ কবিতাত আগৰ সেই সুন্দৰৰ সুৰ ক'ত? তাত আজি অগনি জ্বলে—প্ৰতিবাদৰ অগনি। প্ৰৱঞ্চনাৰ প্ৰতিকাৰ বিচাৰি তাৰ কবিতাৰ প্ৰতিটো আখৰ গৰ্জি উঠে। কবিতাবোৰ নিশব্দ ধিক্কাৰ হয়। আত্মচেতনাৰ সুৰবোৰ আখৰে আখৰে বিয়পি পৰি পঢ়োতা জনৰো তেজত জুই জ্বলায়। কাকতত প্ৰকাশ হোৱা তাৰ কবিতাই—প্ৰবন্ধই জনতাক উদ্বাউল কৰে; জাগ্ৰত কৰে; আত্মবিশ্বাসেৰে প্ৰতিস্থিত একতালৈ বাট দেখুৱায়। তাৰ সৃষ্টিৰ সুৰ সলনি হ'ল। ভাষা সলনি হ'ল; সলনি হ'ল ছন্দ, ভাৱ, লয়। বোধকৰো সিও সলনি হ'ল। বহুত সলনি। তাৰ কষ্ট আগতকৈ বলিষ্ঠ হ'ল। মুঠিবোৰ টান হ'ল, কথাবোৰ ধাৰ হ'ল......

আৰু তাৰ ভায়োলিনৰ সুৰ? প্ৰকাশে ভাবে ভায়োলিনৰ তাঁৰৰ কঁপনিত তাৰ বুকুৰ বেদনা প্ৰকাশ কৰিবলৈ সময় ক'ত চাগে। তাৰযে কৰ্তব্য বহুত; সময় কম। সিহঁতে দেখিছে—আৱৰ্জনা থুপ খাই খাই মজিয়া স্তুপাকাৰ হৈছে। ঘৰৰ বন্ধবায়ুত বিষাক্ত বতাহ—এটা জাতিক শ্বাসৰুদ্ধ কৰিব পৰাকৈ যথেষ্ট। সেয়ে স্বাধীনতাৰ ৩৩ বছৰ পাচত সিহঁত আকৌ ওলাইছে আৱৰ্জনাৰ স্তুপ গুচাই মানুহহৈ, সমষ্টি হৈ, নিজস্ব সন্মান আৰু অধিকাৰলৈ জীয়াই থাকিবলৈ। জীয়াৰ বাটত ত্যাগৰ এই অবিৰতযাত্ৰাৰ অন্তহনী মিচিলত—ভায়োলিনত হিয়াৰ কঁপনি তোলা কবিতাৰে বিমূৰ্ত চেতনাক ৰূপ দিয়া স্বপ্নময় অশান্তহঁতৰ দৰে যৌৱনবোৰ আছে। শ্ৰমক জীৱিকা কৰা বাসৰ হঁত আছে। সেউজীপাতৰ ৰঙেৰে জীৱন বোলোৱা জন, ডেভিদ হঁত আছে। আছে সংকল্পৰ দৃঢ়তাৰে দীপাল প্ৰত্যুষ, তাৰিণী হঁত। আছে ত্যাগৰ প্ৰতিজ্ঞাৰে স্থিতপ্ৰজ্ঞ বিজু, যোছেফ, পৃথিৱী, মৰিয়ম হঁত। সিহঁতৰ সময় নাই। জাগৰিত চেতনাক সংঘবদ্ধ ৰূপদিয়াত

সিহঁত ব্যস্ত। সিহঁতে কৰ্তব্য কি বুজিছে, দায়িত্ব কি জানিছে এতিয়া ব্যক্তিগত ভাৱ প্ৰকাশৰ সময় ক'ত? ভায়োলিনৰ তাঁৰৰ কঁপনিত অব্যক্ত ভাৱক প্ৰকাশ কৰিবলৈ সেই সুস্থিৰতা ক'ত? দিনক দিন নুবুলি, ৰাতিক ৰাতি নুবুলি সিহঁতে খাটিছে। সিহঁতৰ কৰ্তব্য বহুত, সময় বৰ কম। সেয়ে কেইবা মাহৰ মূৰত অহা প্ৰকাশৰ লগত এখন্তেক কথা পতিবলৈ অশান্ত হঁতৰ সময় নাই। সেয়ে অন্তৰতো থাকক—ভায়োলিন থাকক—সুৰ থাকক—নিজস্ব আত্মপ্ৰকাশ থাকক —থাকক নিস্পন্দ হৈ সুৰকাৰৰ সুৰৰ কঁপনি—ৰৈযাওক শিল্পীৰ তুলিকা,—তাৰ বাবে সময় আছে। প্ৰকাশে জানে। দিল্লীতো সি আন্দোলন সম্পৰ্কে যথেষ্ট খাটিছে। মাৰ্ঘেৰিটালৈ উভিতি আহিলেও সি জনতাৰ লগত ওলায় আহে। সি জানে আত্মনিয়ন্ত্ৰণৰ অধিকাৰ প্ৰতিষ্ঠা কৰাৰ এই সময় এবাৰ গ'লে আৰু ঘূনাই উভতি নাহে।

কিন্তু ঘৰত থাকিলে প্ৰকাশে কেতিয়াবা শুনে—মাজ নিশা অশান্তহঁতৰ ঘৰৰ বাৰণ্ডাত আৰামী চকীত বহি বজাই থকা অশান্তৰ ভায়োলিনৰ সুৰ। বহুদিনৰ কৰ্ম ব্যস্ততাৰ মাজত কেতিয়াবা মাজনিশা অশান্তৰ ভায়োলিনে বুকু ভাগি যোৱাকৈ বিনায়। বলিষ্ঠ কোমল হাতৰ প্ৰতিটো ৰেপত ভায়োলিনৰ বুকু ভাঙি অহা সুৰবোৰ কান্দোনহৈ ওলাই আহে। তৰঙ্গত ভৰ দি জনতাৰ বুকুত খুন্দিয়াবলৈ সেই সুৰ চৌদিশে বিয়পি যায়। সেই সুৰত জনতাই জননীৰ লাঞ্ছনাৰ বিননি শুনে। শুনে অপমানৰ আঘাতেৰে ক্ষত বিক্ষত হোৱা জননীৰ অশ্ৰুত কান্দোন। সেই সুৰ শুনি শুনোতাৰ বুকু কঁপে—হিয়া কঁপে। প্ৰতিকাৰ—ভিক্ষাৰ সেই মৰ্ম্মস্পৰ্শী আৱেদনে সাৰ পোৱাই দিয়ে বহু জনক। মাজনিশা ওচৰ-পাঁজৰৰ দুই এখন খিৰিকি খুলি যায়। প্ৰকাশো কেতিয়াবা দুৱাৰ খুলি ওলাই আহে। অশান্তৰ হাত চেপিধৰে।

"নৱজাবি অশান্ত। যা শুই থাকগৈ। ইমান কষ্টৰ সুৰ নবজাইওতো পাৰ।"



আত্মবিস্মৃত অশান্তই বাস্তৱলৈ উলটি আহি বিষণ্ণভাৱে হাঁহে।

"মোৰ কেতিয়াবা বুকুখন বৰকৈ বিষায় অ' প্ৰকাশ। সহস্ৰ আঘাতক প্ৰতিহত কৰিব নোৱাৰি সন্তানৰ ওচৰত জননীৰ প্ৰতিকাৰ ভিক্ষাৰ অশ্ৰুত অনুৰোধ অনুভৱ কৰি মোৰ বৰ কান্দিবৰ মন যায়। মইযে কান্দিবও নোৱাৰো প্ৰকাশ। পুৰুষ হৈ জন্মলৈ চকুলো টুকিব নাপায় বাবেই মই নাকান্দো। সেয়ে ভায়োলিনৰ সুৰে সুৰে মোৰ কষ্ট খিনি বিয়পাই দিও। নহলে টোপনি নাহে মোৰ।"

সুন্দৰ অশান্তৰ অদ্ভুত ধুনীয়া চকুকেইটাৰ ভাবুক দৃষ্টিয়ে প্ৰকাশৰ বুকুতো বিষণ্ণতাৰ কঁপনি তোলে। আত্ম সম্বৰণ কৰি ভায়োলিন কাঢ়ি লয়—

"নিশাখন কিযে পাগলামী। তোৰ কাৰণে গোটেই ঘাখনেই চাগে সাৰে আছে। যা শুই থাক। তই বৰ ভাৱপ্ৰৱণ অ' অশান্ত। ভাৱ প্ৰৱণতাৰে একো কাম নিসিজে। যা শুই থাকগৈ।"

অশান্ত গুচি আহে। শুই থাকে। কেতিয়াবা টোপনি আহে। কেতিয়াবা নাহে। উঠে। পানী খায়। টেবুল লাইটটো জ্বলাই কিবা কিবি লিখে। লিখি লিখি কেতিয়াবা টেবুলতে মূৰটো থৈ টোপনি যায়—। ৰাতিপুৱা নবৌৱেকে টোপনিৰ পৰা জগাই বিচনালৈ পঠিয়াই দিয়ে। কেতিয়াবা নবৌৱেকৰ গালি খাই শুই থাকে। কেতিয়াবা ব্যস্তভাৱে উলাই যায়। এই অশান্ত—এক প্ৰতিজ্ঞালৈ উলাই অহা অশান্তক—সিহঁতৰ মৰমৰ অশান্তক সি কেনেকৈ উভটাই আনিব?

° ° °

॥ চাৰি ॥

কাগজ কলম উলিয়াই ললে বেগম মৰিয়মে। আজি বৰ বিশেষ কাম নাই। বেচ কিছু সময় লিখিব পাৰিব তেওঁ—

"যোচেফ ককাইদেউ"—

"অ' বিজু ভাইটি আঁহা।" লাইব্ৰেৰীত বহি কিবা লিখি থকা যোচেফে মূৰ তুলি চাই বিজুক দেখি মাতিলে।

"যোচেফ ককাইদেউ ?"

"কি ?"

"ডিৰকৰ পৰা জন আৰু ডেভিড আহিছে। আপোনাক লগ পাব বিচাৰিছে।"

"ক'ত আছে সিহঁত ?" অলপ উদ্বিগ্ন হ'ল যোচেফ। এই সময়ততো সিহঁত অহাৰ কথা নাই—।

"অশান্ত ককাইদেউৰ তাত বহুৱাই থৈ আহিছো।"

"অঁ—যাওঁ বলা। কাগজ সামৰি যোচেফ উঠিল—দুৱাৰ মুখলৈকে গ'ল। তাৰপাচত হঠাৎ কিবা ভাবি ঘূৰিল—

"তেওঁলোকক ইয়ালৈকে মাতি আনা বিজুভাইটি।"

"বাৰু ককাইদেউ" বিজু গ'লগৈ।

ইচ্ছা কৰিয়েই সিহঁতক ইয়ালৈ মাতি পঠালে যোচেফে। কিবা গুৰুতৰ কথা যদি হয় ইয়াতেই পতা ভাল হব।

টেবুলত মূৰটো পেলাই চকুহুটা মুদি দিলে সি। বহুত সময়ৰ পৰা লিখি আছে। কিবা লাগি গৈছে মূৰটো।

মজদুৰ লৰা যোচেফ। সেউজীয়া চাহগছৰ মাজে মাজে উমলি ডাঙৰ হোৱা কৰ্মীৰ লৰা যোচেফ। আন আন মজদুৰ লৰাছোৱালীৰ দৰেই জীৱনৰ আগচোৱা তাৰো একেই। সৰুৰে পৰা চিন্তাশীল যোচেফে শোষণ আৰু দুৰ্নীতিৰ গৰাহত পৰি নিঃস্বৰ পৰা নিঃস্বতৰ



হোৱা মজদুৰ সম্প্ৰদায়ৰ দুৰৱস্থা দেখি ভাবিছিল ডাঙৰ হৈ সি এনেকুৱা কিবা এটা কৰিব যিটো কৰিলে এই অজ্ঞ মানুহ খিনিৰ সমষ্ট দুখ দূৰ হৈ যাব। দৰমহা পোৱাৰ দিনা সমষ্ট টকা কাবুলীৱালাক দি শুদা হাতে ঘৰলৈ উভতিব নালাগিব। দৈন্যতাৰ দুখ ঢাকিবলৈ চুলাই মদত ডুবগৈ অকালতে মৃত্যুক সিহঁতে আৰু সাৱতিব নালাগিব। কনমানি লৰা—অন্য মজদুৰ লৰাছোৱালীৰ দৰে দৈন্যতাৰ মাজেৰে ডাঙৰ হোৱা যোচেফৰ মনৰ দৃঢ়তা আৰু মাক বাপেকৰ ইচ্ছাৰ জোৰত যোচেফ আজি স্নাতক মহলাৰ ছাত্ৰ। কি অতীৱ আস্থা যোচেফৰ ওপৰত সিহঁতৰ। ক'ত আশাৰে সিহঁতে বাট চাইছে,—যোচেফ এদিন ডাঙৰ মানুহ হব—সৰুৰে পৰা কালৈকো ভয় নকৰা একোলৈকে কেৰেপ নকৰা দুৰ্দ্দান্ত সাহসী যোচেফে এদিন সিহঁতৰ সমষ্ট দুখ দূৰ কৰি দিব। কিন্তু কিমান খিনিয়েই বা কৰিব পাৰিছে সি। অশিক্ষাৰ আন্ধাৰত বুৰগৈ থকা মজদুৰ শ্ৰেণীক এচামে গাদী দখলৰ অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰি আহিছে। এবটল মদ আৰু এখনকৈ কম্বলেৰে নিঃস্ব এই সম্প্ৰদায়টোৰ বিচাৰবুদ্ধি কিনিলৈ দিনৰ পিচত দিন ধৰি ঠগাই আহিছে সুবিধাবাদী এচাম স্বাৰ্থান্ধ নেতাই। শিক্ষিত যুৱক সকলক টকা আৰু প্ৰাচুৰ্য্যৰে কিনিলৈ চিৰদিন সিহঁতে প্ৰতিকাৰৰ বাট বন্ধ কৰিছে। থিক সেইদৰে যোচেফৰ জ্ঞান গভীৰ বক্তব্য শুনি শুনি যেতিয়া মজদুৰ সকলে বুজি উঠিল সিহঁত সৰ্ব্বহাৰা থিকেই কিন্তু বুকুত আকোৱালি লৈ চৰম দুখত শান্তনা দিব পৰাকৈ সিহঁতৰ এখন ঠাই আছে—এটা পৰিবেশ আছে—এটা জাতি আছে—নিজস্ব বৈশিষ্ট্যৰে য'ত বিলীনহৈ জীয়াই থাকিব পাৰি—প্ৰৱহমান কালৰ পৰা শৌৰ্য্য, বীৰ্য্য, ঐতিহ্যৰে বৰ্তী অহা মহান অসমীয়া জাতিৰ সুখ-দুখৰ অংশীদাৰ বুলি নিজকে তেতিয়া সিহঁতে উপলব্ধি কৰিব পাৰিলে। উপলব্ধি কৰিব পাৰিলে বুকুৰ তেজেৰে সেউজীয়া সম্পদৰ ভেটি বন্ধা সিহঁত মাথো মজদুৰেই নহয়—সিহঁত মানুহো—সেই চাম মানুহৰ বুকু কঁপি গ'ল। অপপ্ৰচাৰৰ

বন্যা বোৱাই দিলে সিহঁতে বাগানে বাগানে, মজদুৰ লাইনৰ মাজে মাজে। যোচেফৰো মূৰ কিনিবৰ চেষ্টা কৰিছিল সিহঁতে সেই একেই পুৰনা পদ্ধতিৰে। সফল নহ'ল। যোচেফ কেৱল উচ্চ শিক্ষিতই নহয় স্বদেশ সেৱাতব্ৰতী "মাতৃ সংঘৰো" সি প্ৰতিষ্ঠাতা কৰ্মী। তাৰ বুকুত উৎকোচৰ টকাৰে দালান বন্ধাৰ কোনো উচ্চাভিলাস নাই। তাৰ লক্ষ্য চিৰদিন বঞ্চিত হৈ অহা তাৰ মজদুৰ ভাই সকলৰ এখন সুস্থ সমাজ গঢ়ি দি মহান অসমৰ জাতীয় সুতিৰ লগত সুদৃঢ় সম্পৰ্কেৰে একীভূত কৰা। বহুদূৰ সি আগবাঢ়িব পৰা নাই। পদে পদে অন্তৰায় ষড়যন্ত্ৰ। সেয়ে এইখিনি সময়ত ডিৰক বাগানত তাৰ লগৰ লৰা দুজন অহাত সি অলপ চিন্তিত হ'ল। চিগাৰেট এটা জ্বলাই সি উঠিল আৰু সিচৰিত হৈ থকা কাগজখিনি থিক কৰি থলে। বাগানৰ মজদুৰ সকলৰ বাবে এখন অৰ্থনৈতিক আচনি প্ৰস্তুত কৰিবৰ বাবে এই কেইদিন সি লাগি আছে। কলৈকো উলাই যাব পৰা নাই। অশান্ত 'কৰ্মী সমন্বয়'ত যোগদিবলৈ ডিব্ৰুগড়লৈ গৈছে। পৃথিৱী, সমুদ্ৰ হঁতো বিভিন্ন কামত ব্যস্ত। 'মাতৃসংঘ'ৰ বিভাগ বিলাকৰ দায়িত্বত ম'ৰয়ম, বিজু, বাসৰ, প্ৰত্যুষ, বিদিশা হঁতৰ দৰে কৰ্তব্য পৰায়ন লৰাছোৱালীবোৰ আছে। যোচেফে ভাবিলে সঁচাকৈ মাৰ্ঘেৰিটাৰ যুব সমাজৰ আগৰ সেই উশৃংখল ৰূপ এতিয়া আৰু নাই। কিমানযে সলনি হ'ল লৰাবোৰ।

বিজুৰ মাতত যোচেফৰ চিন্তাত য'তি পৰিল। সি আটাই কেইটাকে ভিতৰলৈ মাতিলে।

সাধাৰণ পাতল ৰঙৰ পোচাক পিন্ধা ডেভিদ আৰু কলা পেণ্ট, বগা চাট পিন্ধা জ'ন সোমাই আহিল। যোচেফে মাতিলে—

'আহ বহহি। বিজু যোঁৱাচোন ইখন খিৰিকিও খুলি দিয়া।' যোচেফে বিজুলৈ চাই কলে বিজু উঠি গ'ল।

"ওঁ,—কচোন হঠাতে কিয় আহিলি ?"



"যোচেফ ভাই ; আমাৰ বাগানৰ ফালে পৰিস্থিতি খুব বেয়া।" ডেভিদে কলে।

"বেয়া ?"

"অঁ—"

"কেনেকুৱা ?"

"অহা সোমবাৰৰ পৰা যে পিকেটিং হব, বেঙ্কো বন্ধ থাকিব নহয় কোনোবাই মজদুৰ লাইনত প্ৰচাৰ কৰিদিছে—সিহঁতে হেনো এই সপ্তাহৰ পেমেণ্ট নাপায়।"

"আচৰিত।"

"আৰু কিছুমানে সিহঁতৰ মাজত উলিয়াই ফুৰিছে—অচমীয়া চবে হেনো আমাকো খেদিব খুজিছে। প্ৰথমে বিদেচী সোপা দেখি লৈ আমাক পিচত খেদিব।" জনে অসহিষ্ণু সুৰত কলে। টেবুলত ঠুতৰিটো থৈ বিজুৱে এক মনে শুনি আছিল। বেচ অশ্বস্তি লাগিছিল তাৰ।

"তহঁতে বুজাই দিছনে নাই—বেঙ্কযে দুদিন খোলা থাকিব ?"

"বুজাইছো—বুজালে কি হ'ব শুনিলিহে। তইতো জানই যোচেফ ভাই—আমাৰ মানুহ চবৰ মূৰত কিবা এটা সোমালে সহজে বাহিৰ নহয়।"

"কিবা এটা চিন্তা কৰ যোচেফ ভাই।" ডেভিদে কলে—

"নহলে কিজানি সিহঁতে টাউনৰ অসমীয়া মানুহক মাৰিবলৈ আহিব। কালি সুন্তাৰী লাইনত বহুত ধেনুকাৰ দেখিলো।"

যোচেফে একমনে চিন্তা কৰিলে—কি কৰিব সি। তাৰ কপালত চিন্তাৰ ৰেখা পৰিল। আটাই কেইটাই সিঁহতৰ কলা বৰণৰ সুন্দৰ অমায়িক যোচেফৰ চিন্তা গধুৰ মুখখনলৈ চাই থাকিল।

তহঁতে এটা কাম কৰ ডেভিদ, জন।"

"ক।"

গোটেই কেইখন বাগানৰ চৰ্দাৰ খিনিক—দুই এদিনৰ ভিতৰত

কৰবাত—মাকুম বাগানৰ ক্লাৱত কৰিলেও হব—একগোট খুৰা ! সিহঁতক মই আকৌ এবাৰ গোটেই খিনি কথা বুজাই দিম। দৰ্কাৰ যেন দেখিলে—বাগানে বাগানে ঘুৰিম। "তহঁতে আমাৰ জনা বুজা ল'ৰা খিনিকো লবি।"

"সচাকৈ যোচেফ ভাই। আমাৰ ভাই বন্ধুৰ মাজত কাজিয়া হবলৈ এৰি দিব নোৱাৰি।" ভেভিদে কলে।

আৰু কিবা কিবি নিৰ্দ্দেশ লৈ লৰা দুজন গুলাই গ'ল। লগত লৈ গ'ল এক অমিমিশ্ৰ অনুভূতি। যাৰ নাম আস্থা।

লৰাদুজন ওলাই যোৱাৰ পাচত কোঠালীটোলৈ সামান্য সময়লৈ নীৰৱতা নামি আহিল। যোচেফে বিজুলৈ উলটি চালে—। তললৈ মূৰকৰি তাৰ ডিভিৰ সোনৰ চেইন ডালত উলমি থকা লকেটটোলৈ বিজুৱে একেথৰে চাই আছে। শাসন নমনা চুলিবোৰে কপালৰ ওপৰেদি মুখখন সামান্য ভাবে ঢাকি ধৰিছে। তাৰ বগা ক্ষীণ শৰীৰটোত এটা উজ্বল জেউতি। সমতাৰ সুৰেৰে যোচেফে লাহেকৈ মাতিলে—"বিজুভাইটি।" মূৰ তুলি চালে বিজুৱে। এহাতেৰে চুলি খিনি আতৰাই সহাৰি জনালে—

"যোচেফ ককাইদেউ।"

"কি ভাবিছা ?'

"মই ?" বিষন্ন ভাৱে হাঁহিলেও বিজুৱে কলে—"ভাবিছো আমাৰো কিছু দোষ আছে।"

'দোষ ?' আচৰিত হ'ল যোচেফ।

"অঁ—"

"কেনেকুৱা ?"

"আমিওতো সিহঁতৰ ওচৰলৈ সিহঁতৰ দুখৰদিনত কেতিয়াও যোৱা নাই। চিৰদিনটো সিহঁতক আমি কেৱল অৱজ্ঞাই কৰি আহিছো। কোনোদিনা আমি সিহঁতক, সিহঁতো অসমীয়া, সিহঁতো আমাৰ বুকুৰ আপোন বুলি কৈছো জানো—? কোনদিনা সিহঁতৰ লৰা-ছোৱালীৰ



লগত আমাৰ লৰাছোৱালীৰ বিয়া বাৰু পাতিছো ? বিয়াই সবাহে কোনদিনা সিহঁতৰ মানুহক আমি সমুখৰ আসন দিছো ? এয়া অপ্ৰত্যাশিত নহয় কিজানি যোচেফ ককাইদেউ। অন্যই সিহঁতক উচতাই দিব পাৰে—কিন্তু মজদুৰ সকলৰ সন্দেহৰ. যুক্তিপূৰ্ণ ফালটোও আপুনি উলাই কৰিব নোৱাৰে।

যোচেফ অবাক হ'ল। এটা সামান্য সমস্যাক বিজুৱে এনেভাৱে চিন্তা কৰা দেখি ভাল লাগিল তাৰ।

"কথাটো সঁচা বিজু। হলেও—তোমালোকে সমস্যাৰ উৎপত্তি স্থান উপলব্ধি কৰিব পৰাতো এটা যুগৰ অৱদান বুলি আমি ধৰি লব পাৰো। সঁচা সমন্বয়ৰ সম্পৰ্ক এটা কৰিলে তোমালোকেই গঢ়ি তুলিব পাৰিবা।

বিজুৱে একো নকলে। উঠিগৈ কিতাপ পত্ৰবোৰ থিক কৰাত লাগিল। যোচেফৰ মনটো তৃপ্তিত ভৰি পৰিল। তাৰ মজদুৰ ভাই সকল আজি উত্তেজিত হৈছে—যুগব্যাপি লাঞ্ছনা আৰু প্ৰবঞ্চনাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছে। অনিষ্টকাৰী দিশটোক পাৰ্য্যমানে বাধাদি সিহঁতক শুদ্ধ পথেৰে বাটবুলাত সি সহায় কৰিব। কাৰণ—সতাম পুৰুষীয়া যুক্তিহীন উচ্চাত্মিকা বোধ আতৰাই নতুন চাম পুৰুষে মানুহৰ মৰ্য্যাদাত গুৰুত্ব দিবলৈ শিকিছে—উচ্চ-নীচৰ বাধা আতৰাই মহান অসমীয়া জাতি গঢ়িবলৈ উদ্যমী হৈছে। আৰু চিন্তা কিহৰ ? যোচেফে স্পষ্ট অনুভৱ কৰিলে—সমাজৰ চাৰিও ফালৰ—ভেদা ভেদৰ প্ৰাচীৰ বিজুহঁতৰ দৰে লৰাৰ পদঘাটত চূৰ্ণ হৈ গৈছে—।

° ° °

॥ পাঁচ ॥

সমুদ্র ফুকন.........

নামটো উচ্চাৰিত হোৱাৰ লগে লগে মানুহ কেইজনৰ ৰাজহাড় বেইডালেদি এটা আতংকৰ হিমস্রোত বৈ গ'ল।

প'ষ্টাৰ মাৰি আছিল মানুহ কেইজনে। এজনৰ হাতত আঠাৰ টিনটো। এজনে বেঙা মেলি প'ষ্টাৰ এখন বেৰত লগাবৰ চেষ্টা কৰি আছিল। মুঠতে মানুহ পাঁচজন। প্ৰত্যেকৰে গায়ে মূৰে একোখনকৈ চাদৰ মেৰোৱা।

"সমুদ্ৰ ফুকন আহিছে"......।

মানুহ কেইজনে খৰখৰকৈ বস্তু সামৰি পলাবলৈ যো-জা কৰিছিল। পুলিচলৈ সিহঁতে বৰবেছি ভয় নকৰে। কাৰণ পুলিচক বিষহীন সাপলৈ পৰিণত কৰাৰ মন্ত্ৰ সিহঁতে জানে। কিন্তু সমুদ্ৰ ফুকন? বলীয়া হাতীৰদৰে হোলোংগোজ সমুদ্ৰটোৱে কাৰো কথা নুশুনে। কোনো প্ৰলোভনেৰেই তাক ভোলাব নোৱাৰি।

"জল্দি কৰ। হাৰি আপ্।"

সিহঁত পলাব নোৱাৰিলে। সমুদ্ৰৰ চকুত সিহঁতৰ সন্দেহজনক চালচলন ধৰা পৰিল। চকুহুটা ঘোপা হ'ল তাৰ। ভাবিলে সি—ৰাতি নটা বজাত চাৰি আলি বজাৰত প'ষ্টাৰ?

"ঐ ৰ'—"

গল্গলীয়া কণ্ঠৰ ৰঙাল সুৰটো শুনি দৌৰদিলে মানুহ কেইজনে। সমুদ্ৰৰ সন্দেহ ঘনীভূত হ'ল।

"পলাইছ ক'লৈ?" দৌৰিগৈ থাপমাৰি ধৰিলে সি মানুহ এটাক। মানুহটোৱে ভয়ত থক থক কৈ কঁপিবলৈ ধৰিলে। তাৰ হাতৰ—মুঠিৰ পৰা নুৰিয়াই থোৱা কেবাখনো প'ষ্টাৰ সৰি পৰিল।

সমুদ্ৰৰ পৰা মুখখন লুকুৱাবলৈ সি বাৰে বাৰে মুখখন অইন ফালে ঘূৰাবৰ চেষ্টা কৰিলে।



"মই ৰবলৈ কৈছিলো শুনা নাই?" একে আজোৰতে সমুদ্ৰই মানুহটোৰ গায়েমূৰে লোৱা চাদৰখন টানি আনিলে।

"বা—চু—।"

ভয়ত কঁপি গ'ল বাচু নামৰ সমুদ্ৰৰ বন্ধুজন। অবাক হ'ল সমুদ্ৰ। বাচু তাৰ বন্ধু। আন্দোলনৰ আগৰে পৰা ন'লে গ'লে লগা বন্ধু। এতিয়াও আন্দোলনৰ বিভিন্ন সুচীত ছুয়োজনে একেলগে যোগদিয়ে। বাচুক—পৃথিৱী হঁতেও ভাল পায়। সমুদ্ৰই ভাবিলে তেন্তে ই তাক দেখি ভয় খাইছে কিয়? লাহেকে হাতখন বুকুৰ পৰা এৰুৱাই আনিলে সমুদ্ৰই। "বাচু তই? ইমান নিশা? কি কৰিছ ইয়াত? পলাই ছিলিয়েইবা কিয়? কৈ কৈ সমুদ্ৰই পৰিযোৱা কাগজৰ নুৰাটো বুটলিবলৈ হাত খন মেলিলে।

আতংকত বাচু ৰঙা পৰিগ'ল।

"মোৰ—মোৰ একো দোষ নাই সমুদ্ৰ। ম-মই একো নাজানো। প্লিজ্ কাগজ খিনি নলবি।" বাচুৱে ক্ষীপ্ৰগতিত কাগজৰ নুৰাটো বুটলি আনিলে।

"কিহৰ কাগজ অ'? কি নাজান তই? চাওঁ কাগজ খিনি দে—।"

"নাই—নাই—।"

"দে বুলিছো।" নুৰাটো কাঢ়ি আনিলে সমুদ্ৰই। এহাতেৰে কাগজৰ মেৰটো খুলি জেপৰ পৰা টৰ্চটো উলিয়াই জ্বলালে। ৰঙা আখৰেৰে লিখা এখন প'ষ্টাৰ। অসমীয়া মানুহলৈ সাৱধান বাণী—আন্দোলনৰ বিৰুদ্ধে লিখা।

বাচু স্থবিৰ হৈ ৰৈ থাকিল। লৰ-চৰ কৰাৰ শক্তিও যেন তাৰ শেষ হৈ গ'ল।

সমুদ্ৰই মুৰতুলি চালে। চালে—বাচু নামৰ তাৰ স্কুলীয়া জীৱনৰ বন্ধুটোক। বৰ্ত্তমান আন্দোলনৰ সহযোগীটোক।

"বাচু—" গুজৰি উঠিল সি।

"ক্ষমা কৰ সমুদ্ৰ।"

"ক্ষমা ? তুৰন্ত ক্ৰোধত তাৰ ওঁঠ যোৰ চাপ খাই গ'ল, "তই বুকুত সোমাই খুলি খুলি খাবলৈ আহিছ—" সমুদ্ৰৰ উপৰ্য্যোপৰি ঘোচাত বাচু চিটিকি পৰিল। মুখ ফাটি তাৰ তেজ ওলাল। সমুদ্ৰৰ বগাস্পোৰ্টিংত তেজৰ চিটিকনি পৰিল। সমুদ্ৰ নামৰ এটা আত্মত্যাগী গুণ্ডাৰ কাপোৰ, এটা বিশ্বাস ঘাটকৰ তেজেৰে ৰঙিং হ'ল। বাচুৱে জ্ঞান হেৰুৱালে। অসহ্য ঘৃণাত বাচুৰ মুখত থু্ৱাই দিলে সমুদ্ৰই। ইতিমধ্যেই চাৰি আলিৰ দোকানপোহাৰ বোৰ বন্ধ হৈ গৈছিল। সমুদ্ৰৰ খংৰ মুখামুখি হোৱাৰ সাহস সিহঁতৰ নাই। তাৰ কি কৰো কি নকৰো লাগিল। এফালৰ পৰা সি যেন অসমৰ বুকু খুলিখোৱা জাকক মহতিয়াই পেলাই—বিশ্বাস ঘাটকতাৰ পৰিণাম কি বুজাই দিব। কাগজৰ নুৰাটো সি উঠাই ললে। পৰিথকা বাচুৰ ওচৰলৈ গ'ল।

"তোক বন্ধু বুলি, আমাৰ ভাল চিন্ত বুলি বুকুত সাৱটি লৈছিলোঁ। তই এই বিশ্বাসৰ এয়া প্ৰতিদান দিলি ?" ঘৃণাৰে অজ্ঞান বাচুক গোৰ কেইটামান শোধাই দি গুচি আহিল সমুদ্ৰ। মগজটো গৰম হৈ গৈছিল তাৰ। এনেয়েও আগৰে পৰা তাৰ অলপ কথাতে খং উঠে। আজিৰ পৰা ছমাহ আগতে আজিৰ ঘটনাটো ঘটা হলে—ই হয়তো বেলেগ ধৰণৰ হ'ল হেতেন। কিন্তু ছমাহ আগৰ সমুদ্ৰৰ লগত আজিৰ সমুদ্ৰৰ আকাশ পাতাল পাৰ্থক্য। দেশ আৰু জাতিৰ প্ৰতি সামান্য বিশ্বাস ঘাটকতাও আজিৰ সমুদ্ৰই সহ্য কৰিব নোৱাৰে।

অন্যমনস্ক ভাৱে সমুদ্ৰ বাটেৰে গৈ থাকিল। এতিয়া সি পৃথিৱীৰ ওচৰলৈ যাব। বাটৰ মানুহে তেতিয়া খংত জ্বলি উঠা সমুদ্ৰৰ ভয়াৱহ মুখখনলৈ আতঙ্কৰ দৃষ্টিৰে চাইছিল। সমুদ্ৰই একো নেদেখিলে। তাৰ মনটো তেতিয়া উলটি গৈছিল—ছমাহ আগৰ সমুদ্ৰ ফুকনৰ মাজলৈ।

শুনিলেই আতংকত কোঁচখাই যাব পৰা এটা নাম—সমুদ্ৰ ফুকন। নিষ্ঠুৰ জল্লাদৰ দৰে অসুন্দৰ, দৈত্যৰ দৰে—বলী মাৰ্ঘেৰিটাৰ এটা নামকৰা গুণ্ডা। নিষ্ঠুৰ অশালীন, মায়া-মমতাহীন তাৰ ব্যৱহাৰ।



কোনোদিন কাকো ভালমতে মাতি নোপোৱা এটা জীৱন্ত অমানুহ। সকলোৱে ভয় কৰে তাক—হয়তো ঘৃণো কৰে সমানে। নিষিদ্ধ পথৰ সঙ্গী সকলৰ সহযোগত সি তাৰ ৰাজত্ব নিৰ্ব্বিবাদে চলাই গৈছিল। কোনো নিৰ্দ্দিষ্ট লক্ষ্য নাছিল তাৰ। নাছিল কোনো বিশেষ আকাংক্ষা। বাহুবল, যৌৱন সুলভ উদ্যম, আৰু সমষ্ট ভদ্ৰ সমাজৰ প্ৰতি সুতীব্ৰ ঘৃণাৰে এন্ধাৰৰ ৰাজ্যত নিজকে সি ৰাজকীয় মৰ্য্যাদাৰে প্ৰতিস্থিত কৰিছিল। সি নাজানিছিল—যে জুৱা, মদ আৰু মাৰপিটৰ বাহিৰত আন এখন পৃথিৱী আছে। গমপোৱা নাছিল—নীচ চিন্তাৰ আৰু অৰ্থকলৈ হোৱা ক্ষুদ্ৰ খিয়লা-খিয়লি, হত্যা আৰু লুণ্ঠন, অশ্ৰাব্য কথন আৰু আৱৰ্জিত দৃশ্যৰ আঁৰতো আন এখন পৃথিৱী আছে—যত সহস্ৰ জনৰ ত্যাগেৰে মুক্তিৰ সৌধ গঢ়া হয়। য'ত হিংসাৰ দৈত্য মাৰনাস্ত্ৰৰ সন্মুখত সত্যৰ, অহিংসাৰ নিৰস্ত্ৰ অমোঘ প্ৰতিবাদ হৈ থিয় হব পৰা যায়। য'ত ৰক্তপাত নাই—থাকিলেও তাক সহস্ৰ জনৰ শ্ৰদ্ধাৰ চকুলোৰে মচি পেলোৱা হয়। য'ত হত্যাৰ ৰক্তাক্ত স্বাক্ষৰ থাকি নাযায়। ৰুমাল খন উলিয়াই মুখখন মচিলে সমুদ্ৰই—সেই সমুদ্ৰৰ আজি অস্তিত্ব ক'ত ? নাই...... মূৰটো জোকাৰি দিলে সমুদ্ৰই। সেই সমুদ্ৰ মৰি গৈছে। নিষ্ঠুৰ, অবিবেচক, মদপী সমুদ্ৰ জ্বলিগৈছে... ; জ্বলিগৈছে এক ব্যক্তি আৰু ব্যক্তিৰ যোগেদি দেশাত্মবোধৰ জ্বলন্ত অগ্নি শিখাত। সমুদ্ৰ মানুহ হৈছে। সত্যক সি নতুনকৈ জীৱনলৈ মাতি আনিব পাৰিছে। পৃথিৱীয়ে কৈছিল তাক—।

"তুমি পাৰিবা সমুদ্ৰ। তোমাৰ মাজত শক্তি আছে। তুমি দেখা নাই। সেই শক্তিক তুমি কামত খটোৱা। এতিয়া যিটোক তুমি জীৱন বুলি ভাবিছা—সেয়াতো প্ৰকৃত জীৱন নহয়। যৌৱন শেষ হ'লে শক্তি শেষ হলে তুমিও শেষ হৈ যাবা। তোমাৰ অস্তিত্বৰ চিহ্ন মাত্ৰও নাথাকিব।

সেয়া বহুত পিচত।

তাৰ আগতে চহৰ খনলৈ নতুনকৈ অহা কিবা কামত অশান্ত

যোচেফ ইতৰ লগত ঘূৰি ফুৰা পৃথিৱী চলিহা নামৰ সাধাৰণ শিক্ষিতা ছোৱালী জনীৰ প্ৰতি তাৰ বৰ তলখাপৰ ধাৰণা আছিল। অকল পৃথিৱীয়েই নহয়—সমষ্ট ভদ্ৰ সমাজ খনৰ প্ৰতি তাৰ আছিল উৎকট ঘৃণা। অশান্ত আৰু যোচেফক সি সিমান বেয়া নাপাইছিল অৱশ্যে—কিন্তু শিক্ষাৰ প্ৰতি থকা তীব্ৰ বিদ্বেষৰে সি সিহঁতক উপলুঙা কৰি এৰাই গৈছিল। কিন্তু সি নাজানিছিল—পৃথিৱীহঁতে তাক লক্ষ্য ৰাখিছিল বুলি।

এদিন ৰাতিপুৱা সময়ত বিক্সাত উঠি অহা লৰা এটাক সি বৰকৈ মৰিয়ালে। হায়াৰ চেকেণ্ডাৰী স্কুলত ক্লাচ টেনত পঢ়া লৰা। হাসপতাললৈ লৈ যাব লগা অৱস্থা হ'ল। এইবোৰ মাৰপিট সমুদ্ৰৰ বাবে স্বাভাৱিক ঘটনা। সহজতে পাহৰি গ'ল সি—। সেই দিনাই দুপৰীয়া ঘৰলৈ আহি মুখ হাত ধুই ভাত খাব বহোঁতেই মাকে খবৰ এটা দিলে—।

বাবা—তোক লগপাবলৈ আজি ছোৱালী এজনী আহিছিল অ'—। খাবলৈ লোৱা ভাত গৰাহ কাঁহিত থৈ সমুদ্ৰই মাকলৈ অবাক হৈ চালে! ছোৱালী? ক'ৰ ছোৱালী?

জানো—ইয়াৰেই হবপায়—। কিবা পৃথিৱীনেকি জানো। আবেলি আহিব বোলে—তোক থাকিবলৈ কৈছে—।

"পৃথিৱী চলিহা আহিছিল? ভীষণ অবাক হ'ল সমুদ্ৰ—ভদ্ৰঘৰৰ পৃথিৱী চলিহা এটা গুণ্ডাৰ ঘৰলৈ আহিব? অকাৰণতে খং উঠি গ'ল তাৰ—।

কিয় আহিছিল?" খংৰ সুৰত সুধিলে সি—

"মোক নকলে"—সমুদ্ৰৰ মাকে সমুদ্ৰক ভালদৰে চিনিপায়—"তোৰ লগত কিবা জৰুৰী কথা আছিল হেনো"। তই মিছায়ে খং কৰিছ—ছোৱালী জনীৰ অলপো গৰ্ব নাই। সমুদ্ৰৰ বিভিন্ন ভাৱেৰে খেলা কৰা মুখখনলৈ মাকে একেথৰে চাই আছিল—সমুদ্ৰক তেওঁ এষাৰ কথা নকলে। পৃথিৱী বহুত সময় বহিছিল। ছোৱালীজনীৰ আন্তৰিকতা



আৰু ব্যক্তিত্বত মুগ্ধহৈ মাকে নিজৰ সকলো দুখউযাৰিদি—সমুদ্ৰক উভতাই আনিবলৈ খাটিছিল। পৃথিৱীয়ে সমুদ্ৰৰ মাকৰ মুখলৈ সামান্য সময়লৈ চাই থাকি কৈছিল—

"মই সেই কাৰণেই আহিছো মা।"

আবেলি পৃথিৱী সঁচাকৈয়ে আহিছিল। এটা উগুল থুগুল মন লৈ সমুদ্ৰ তেতিয়া ঘৰতে আছিল। মাকৰ লগত সহজভাবে দুআষাৰ কথা পাতিছিল। বৰ অস্বস্তি বোধ কৰিছিল সমুদ্ৰই। এজনী শিক্ষিতা, মাৰ্জিতা ছোৱালীক আলহি সোধা তাৰ এয়ে কিজানি প্ৰথম।

"বহিবলৈ নকয়?" লাজ পাইছিল সমুদ্ৰই। লৰা লৰিকৈ কৈছিল "বহক বহক—।" সামান্য হাঁহি এটি মাৰি বহিছিল তাই।

"পানী এগিলাছ খাম মা।" পানী এগিলাচ আনি দিছিল মাকে। পানী গিলাচ খাই সুস্থিৰ হৈ বহিছিল তাই।

"বহুদূৰ খোজকাঢ়ি আহিলো। ভাগৰ লাগি গৈছে।"

সোধো নোসোধোকৈ সুধিছিল সমুদ্ৰই—।

"কলৈ গৈছিলনো?"

"বিজুক চাই আহিলো। এতিয়াও জ্ঞান অহা নাই।" গহীন সুৰত কৈছিল পৃথিৱীয়ে।

"বিজু"।

"অঁ'—অথনি আপুনি মৰা লৰাটো।"

পৰিবেদনাত কোঁচ খাই গ'ল সমুদ্ৰ। ইমান সহজ ভাবে কেনেকৈ কলে পৃথিৱীয়ে। "আপুনি তাক বৰ বেয়াকৈ মাৰিলে—"

"বৰকৈ বাঢ়ি গৈছিল লৰাটো।' সমুদ্ৰই আত্মপক্ষ সমৰ্থনৰ সুৰত কলে।

"হব পাৰে। বাৰু ফুকন"—অলপ সময় মনে মনে থাকি তাই লাহে লাহে কলে—"বিজুটো যদি মৰি যায়?"

"পৃথিৱীৰ পশ্নৰ উত্তৰ নিদি নিৰ্বিকাৰ ভাবে সুধিলে সমুদ্ৰই—।

"আপুনি সেই কাৰণেই আহিছে নেকি?"

"আপোনাৰ তেনে ধাৰণা হ'ল কিয় ? গহীন হ'ল পৃথিৱী—অৱশ্যে আনুমানিক হিচাবে এইটোও আছে।"

কথা বিছাৰি নাপাই পৃথিৱীৰ চকুলৈ চালে সমুদ্ৰই। পৃথিৱীয়ে তালৈকে চাই আছিল। তীব্ৰ অন্তৰ্ভেদি দৃষ্টি।

"বিজু বোলা লৰাটোৱে মোৰ মুখে মুখে উত্তৰ দিছিল।"

"জানো। মদখাই ৰিক্সাঅলাটোক অকাৰণতে চৰিওৱা কাৰণে ৰিক্সাত উঠি যোৱা বিজুৱে প্ৰতিবাদ কৰিছিল।"

হঠাতে খং উঠি গ'ল সমুদ্ৰৰ। আচৰিত ইমান সময় সি এজনী ছোৱালীৰ সন্মুখত তলমূৰকৈ বহি আছিল ? উঠি আহিল সি।

"সহজ ভাষাত কওক—আপুনি কিয় আহিছে ? খংৰে সুধিলে সি—।

"অহাতো মোৰ কৰ্তব্য কাৰণে ?

"কৰ্তব্য—? ব্যাঙ্গাত্মক ভাবে হাঁহিলে সমুদ্ৰই। "এটা গুণ্ডাৰ ঘৰলৈ অহাতো কেনে ধৰণৰ কৰ্তব্য ?"

"মই গুণ্ডাৰ ঘৰলৈ অহানাই। আপোনাৰ ঘৰলৈ আহিছো।"

"হহুঁৱালে। এইটো গুণ্ডাৰ ঘৰ। বেয়া মানুহৰ ঠাই। কওক কেলেই আহিছে ? ইয়াত বেছি সময় থাকিব নালাগে। গধূলি হলে মানুহে বেয়া বুলিব।"

খং উঠিলেও ছোৱালী জনীক কিবা এটা ভাল লাগিছিল সমুদ্ৰৰ।

"সেইটো আপোনাৰ চিন্তা কৰিব লগিয়া বিষয় নহয়। আপুনি বহক"। সমুদ্ৰ বহিছিল।

"কি কৰ্তব্য পালনৰ কাৰণে আহিছে আপুনি ?"

"আপুনি জানে অসমত এটা প্ৰতিকাৰবাদী আন্দোলন গঢ় লৈ উঠিছে ?"

"অলপ অলপ জানো।"

"অলপ অলপ ?"

"আপুনি জানেনে নাই পঢ়াশুনাৰ লগত মোৰ সম্পৰ্ক নাই বুলি ?'



"কিয় ?" তীব্ৰ স্বৰেৰে সুধিলে তাই—

"কাৰণ মই এটা গুণ্ডা— ।"

"সেইটোৱেই আপোনাৰ এক মাত্ৰ পৰিচয় নহয়—।" "মই তাকেই মোৰ পৰিচয় বুলি গৰ্ব কৰো।"

"সেইটোৱেই মোৰ কৰ্তব্য।"

কেনেকুৱা ?

"যুৱ-শক্তিৰ চূড়ান্ত অপচয় ৰোধ কৰি—অন্তৰ্নিহিত ঐশ্বৰ্য্য, শক্তি আৰু প্ৰতিভাৰ বিকাশ ঘটাই জাতিৰ মঙ্গল সাধন কৰা—"।

"মোৰ ওচৰলৈ কিয় আহিছে ?"

"কাৰণ আপুনি এজন যুৱক। বিশেষকৈ এজন অসমীয়া যুৱক"।

"নীতি কথা বাদ দিয়ক।"

"নহয়। যুক্তিগত কথা। যুৱ-শক্তি অধঃপাতে গৈছে। জাতিটো ধ্বংস হবলৈ ওলাইছে। সেই থিনিতেই আমাৰ কৰ্তব্য।"

"সেই বোৰ কথা মোক কৈ বোধকৰো লাভ নহব— ।"

"লাভ হব। কাৰণ সম্পূৰ্ণ শেষ হবলৈ এতিয়াও বাকী।

"পৃথিৱী উঠিল—

"মই আজি যাওঁ। কালিলৈ আকৌ আহিম। আপুনি চিন্তা কৰি চাব। গুণ্ডামীয়েই আপোনাৰ এক মাত্ৰ পৰিচয় নহয়......"।

"অলপমান বহা মা। চাহ একাপ খাইযোৱাঁ।" মাকে ওলাই আহি কৈছিল। অগত্যা পৃথিৱী আকৌ বহিল। তীক্ষ্ণ দৃষ্টিৰে সমুদ্ৰলৈ চালে—

"ভুল নুবুজিব। আপুনি চিন্তা কৰক—ভাৱক—মোক কওক—"

"কি ?"

"আপুনি মানুহ হব নিবিচাৰে ? বন্ধু হব নিবিচাৰে ? দেশৰ বাবে কিবা এটা কৰিব নিবিচাৰে ?"

"মানুহ, বন্ধুত্ব, দেশ প্ৰেম, হাঃ হাঃ হাঃ হাঃ !"

"হাঁহিছে কেলেই ?

"লাভ নাই কাৰণে—"

"লাভ ?"

"অঁ—মই আনকিবা হ'লেও মানুহ কিজানি কেতিয়াও হব নোৱাৰিম। পৃথিৱীক মই ভৰিৰ তলত ৰাখিব খোজো। আৰু বন্ধুত্ব ? দেশপ্ৰেম ?" হঠাৎ গহীন হৈ গৈছিল সমুদ্ৰ—কিবা এটা ভাল লাগি গৈছিল ছোৱালী জনীক। সঁচাকৈ—এনেকৈতো তাক কোনেও কেতিয়াও সোধা নাই ? কোনেওতো সোধা নাই—সি মানুহ হব বিছাৰে নেকি ? বন্ধু হব বিছাৰে নেকি ? সামান্য ভাবুক স্বৰত সি পৃথিৱীলৈ চাই কৈছিল—

"আপুনি মোক যিয়েই নকওক—মই গুণ্ডামী ভাল পাওঁ। চৰিত্ৰহীন ভদ্ৰলোক হৈ থকাতকৈ, নিলৰ্জ কামনা চৰিতাৰ্থ কৰিবলৈ গৈ ভুচুংপহু সজাতকৈ, মই মুকলি চৰিত্ৰহীনতা লৈ গৰ্ব্ববোধ কৰো। আপুনি মোক লৈ কি কৰিব খুজিছে নাজানো। যদি মোক নীৰিহ ভদ্ৰলোক কৰিব বিছাৰিছে লাভ নহব। অভদ্ৰামী মোৰ তেজত মিহলি হৈ আছে। আৰু মুকলিভাৱে প্ৰত্যাহ্বান জনাব পৰা মোৰ ৰুক্ষ মনটোক মই ভালপাওঁ। কওক মোক আপুনি কি কৰিববলৈ ক'ব ?"

সমুদ্ৰ ৰৈ গ'ল। পৃথিৱীৰ আগত ভাৱপ্ৰৱন হৈ পৰাবাবে তাৰ লাজ লাগিল। বাস্তবিকতে বুজাহোৱাৰ পৰা ইমান দীঘলীয়াকৈ সি কিজানি একো কৈয়েই পোৱা নাই। আৰু আচৰিত—ইমান-দীঘলীয়া বক্তব্যৰ মাজত এষাৰো সি বেয়ামাত মতানাই।

শান্তভাৱে শুনি গৈছিল পৃথিৱীয়ে।

"আপোনাক মোৰ বহুত কথাই কবলগা আছে। কিন্তু......দৃঢ় স্বৰেৰে পৃথিৱীয়ে কলে.........আপুনি মোৰ বন্ধু হব লাগিব—সঁচা বন্ধু—মানুহ বন্ধু—"

"বন্ধু ? হাঃ হাঃ হাঃ হাঃ" সমুদ্ৰৰ প্ৰাণখোলা কিন্তু ব্যঙ্গ হাঁহিত উচপখাই উঠিল পৃথিৱী। তাই বুজিপালে—ছোৱালী বোৰৰ প্ৰতি



সমুদ্ৰহঁতৰ ধাৰণা কেনেধৰণৰ নিম্নমুখী। তাইৰ খং উঠি আহিছিল। কিন্তু সেইভাৱ দমন কৰিলে তাই। কাৰণ তাই জানে—তাই এটা গধুৰ দায়িত্বলৈ আহিছে। আৰু সাধাৰণভাৱে ভাৱপ্ৰৱন মানুহটোৰ ৰুক্ষতা খিনি আতৰাবলৈ খংৰে নহব। সময় আৰু ধৈৰ্য্যহে হব আচল পথ। আৰু তাই জানে যে—সমুদ্ৰৰ দৃষ্টিত তাইৰ ব্যক্তিত্ব, অধ্যপতিত হলে তাক প্ৰভাৱান্বিত কৰাৰ পথ নাথাকিব। তাই অভিব্যক্তিৰ পৰিবৰ্ত্তন নকৰি সমুদ্ৰৰ ফালে দৃঢ় অথচ তীব্ৰ দৃষ্টিৰে চালে—

"হাঁহিছে কেলেই ?"

"নাহাঁহিম ? আপুনি মোৰ বন্ধু হব ? মোৰ ? লৰাৰ ?"

"কিয় হব নোৱাৰিম ? লৰা আৰু ছোৱালীৰ মাজত বন্ধুত্ব হব নোৱাৰি নেকি ?"

"নোৱাৰে। ছোৱালীবোৰে অলপতে কান্দে। সিহঁত কাৰোবাৰ মা হব পাৰে। ভনী হব পাৰে, পত্নী হব পাৰে। কিন্তু বন্ধু ? অসম্ভব।"

"আপুনি চোৱা হিন্দী ছিনেমা খন ময়ো চাইছো ফুকন। কিন্তু চিনেমাৰ থিয়ৰিয়ে বাস্তৱক ডিটেক্ট নকৰে। আপুনি ইমান সংকীৰ্ণ মনৰ নহব বুলিয়েই আশা কৰিছিলো। ভাবিছিলো আপোনাৰ লগত মুকলি মনেৰে কিছু কথা পাতিব পাৰিম।"

সমুদ্ৰ অপ্ৰতিভ হ'ল। সি ছোৱালীৰ ওপৰত কৰা মন্তব্যটো চিনেমাৰ পৰা ধাৰকৰা বুলি বুজি পোৱা কথাটোৱে তাৰ ব্যক্তিত্বত এটা ডাঙৰ আঘাট হানিলে। পৃথিৱী অসন্তুষ্ট হ'ল বুলি সি বুজি পালে। আৰু সমুদ্ৰ ফুকন নামৰ চিৰদিনৰ বেপেৰোৱা লৰাটোৱে যেন প্ৰথমবাৰৰ কাৰণে উপলব্ধি কৰিলে—পৃথিৱী চলিহা নামৰ ছোৱালী জনীৰ অসাধাৰণ ব্যক্তিত্বক দেই যোৱাৰ তাৰ সাধ্য নাই। আৰু প্ৰথমবাৰৰ বাবে সমুদ্ৰ ফুকম নামৰ সন্ত্ৰাসটোৱে উপলব্ধি কৰিব পাৰিলে পৃথিৱী চলিহা নামৰ ছোৱালীজনীক অসন্তুষ্ট কৰিববলৈ তাৰ মনটো প্ৰস্তুত নহয়।

টেবুলৰ ওপৰত সজাই থোৱা কটাৰী বোৰৰ পৰা এখন কটাৰী

হাতত তুলি ললে সমুদ্ৰই। মনৰ অস্থিৰতা আৰু দুৰ্ব্বলতা খিনি ঢাকিবলৈ কটবীখন জোৰেৰে—সন্মুখৰ বোৰ্ড খনলৈ মাৰি পঠিয়ালে। দ্ৰুতগতিৰে গৈ কটাৰীৰ আগটো বোৰ্ড খনত সোমাই পৰি গোটেই কটাৰীখন কঁপিবলৈ ধৰিলে। ভুলখিনি স্বীকাৰ নকৰি পৃথিৱীলৈ নোচোৱাকৈ আত্মপ্ৰত্যয়ৰ সুৰত সি কলে—

"কথাপাতিব পৰাকৈ মোৰ বৰ বেছি বাহিৰা জ্ঞান নাই। তথাপি আপুনি মোৰ ভনী নহয় কিয় ?"

"ভগ্নী প্ৰেমৰ ভণ্ডামীবোৰ এৰক ফুকন। পৌৰুষৰ দৃঢ়তাৰে হাত মিলাবলৈ শিকক। মানুহ হবলৈ শিকক। বাহুবলেৰে পৃথিৱী জয় কৰাৰ দূৰাকাংক্ষা এৰি অকালতে ধ্বংস হোৱাত কৈ সৃষ্টিকামী হবলৈ শিকক। আপুনি পুৰুষ ফুকন। অসমীয়া পুৰুষ। সমুদ্ৰ ফুকন নামটোক সাৰ্থক কৰিবলৈ শিকক। অসমৰ সোনসেৰুৱা মাটিত জন্মলাভৰ ঋণ পৰিশোধ কৰিবলৈ চেষ্টা কৰক।" উভটি আহিবলৈ থিয় হৈছিল পৃথিৱী চলিহা—যাবৰ সময়ত কৈ আহিছিল—

"যাওঁ ফুকন। এসপ্তাহ পিছত আকৌ আহিম। আপুনি চিন্তা কৰক।"

"কিহৰ কথা ?"

"আপোনাৰ জন্ম মুহূৰ্তৰ পৰা—ন্যস্ত হৈ থকা কৰ্তব্য পালনৰ বাবে আপুনি প্ৰস্তুত নে ?"

"যদি মই চিন্তা নকৰাকৈ কওঁ ?"

"ভুল হব। কৰ্তব্য পালনৰ পথ কঠিন। ইয়াত বাহুবল নাখাটে। নৈতিক সাহস আৰু মনোবল লাগিব।"

"মোৰ সেই খিনি নাই বুলি ভাবে নেকি ?"

"একেবাৰে নাই বুলি নাভাবো। কিন্তু সেই খিনিৰে এটা অসাধাৰণ কাম সফল ভাৱে সম্পূৰ্ণ কৰাৰ বাবে যথেষ্ট নহয়।"

লাজত সমুদ্ৰৰ চকুমুখ ৰঙা হৈ গৈছিল। ব্যঙ্গৰ সুৰত সুধিছিল—

"আপুনি নিজে তাৰ বাবে সম্পূৰ্ণ ৰূপে প্ৰস্তুত তো ?"



"সম্পূৰ্ণভাবে হয়তো নহয়। কিন্তু নিজক সম্পূৰ্ণভাবে প্ৰস্তুত কৰিবলৈ মই চেষ্টাৰ ত্ৰুটি কৰা নাই। আপুনি চিন্তা কৰিব মই যাওঁ।"

পৃথিৱী চলিহা গুছি আহিছিল। চিন্তাভাৱনাৰ ধাৰ নধৰা এটা হৃদয়হীন গুণ্ডাক চিন্তাৰ সাগৰত আবেগৰ আৱৰ্ত্তত পেলাইদি পৃথিৱী উভতি গৈছিল। আকৌ আহিছিল। যুক্তিৰে, তৰ্কেৰে, সহানুভূতিৰে সমুদ্ৰক বুজাইদিছিল সমুদ্ৰ গুণ্ডা নহয় সমুদ্ৰ মানুহো। কৈছিল—

"তোমাৰ কৰিব লগিয়া বহুত কাম আছে। বহুত কৰ্তব্যই তোমাৰ বাবে বাট চাই আছে।"

"কৰ্ত্তব্য।"

"অঁ কৰ্ত্তব্য—।"

"কিহৰ কৰ্ত্তব্য—?"

"মানুহৰ বাবে কাম কৰাৰ কৰ্ত্তব্য।"

হঠাৎ খং উঠি গৈছিল সমুদ্ৰৰ। আৱেগত, আৰু যন্ত্ৰণাত তাৰ বুকুখন উথলি উঠিছিল—পৃথিৱীৰ আগত সি মুকলি কৰিদিছিল নিজকে—মানুহৰ বাবে ? কোন বোৰ মানুহৰ বাবে ? যিবোৰ মানুহ গুণ্ডা বুলি মোক সেই অকণমানি লৰাটোক মৰম কৰিবলৈ নিদিলে ? কোনবোৰ মানুহৰ বাবে মই কাম কৰিব লাগে ? যিবোৰ মানুহে দেউতাৰ শ্ৰাদ্ধত মোৰ ঘৰত ভৰি নিদিলে ? কোনবোৰ মানুহৰ বাবে ? যিবোৰ মানুহে মোৰ তৰুণ মৰম আকলুৱা মনটোক গুৰুত্ব নিদিলে, মাথো মোৰ শৰীৰটোলৈ চাই মোৰ কুৎসিৎ মুখখনলৈ চাই তীব্ৰ ঘৃণাৰে মোক অৱজ্ঞা কৰি গ'ল ?"

আৱেগত সমুদ্ৰৰ মাতটো থৰ্ থৰ্ কৈ কঁপিছিল। সমুদ্ৰহঁতৰ ঘৰত মুখামুখীকৈ বহি সমুদ্ৰই কৈ গৈছিল—

"পৃথিৱী, মায়ে মৰম কৰি বহুত আশাৰে মোৰ নাম সমুদ্ৰ থৈছিল। ভাবিছিল সমুদ্ৰৰ দৰে মই বিশাল হ'ম—উদাৰ হ'ম—অতল স্পৰ্শী হব মোৰ গভীৰতা, কিন্তু ক'তা ? মইতো সমুদ্ৰ নহলো ? বদ্ধ, অগভীৰ মেটেকা ভৰা এটা মৰামুতিহে মই হৈ গ'লো। মোৰ

আশাক, মোৰ আকাংক্ষাক ডিঙি চেপি মাৰি পেলোৱা হ'ল। তুমি জানা—দেখিবলৈ মই বেয়া কাৰণে কটকী চাৰে মোক ক্লাচত ঠাট্টা কৰিছিল—কিবা কিবি মন্তব্য দিছিল। ক্লাচৰ ছোৱালীবোৰে, লৰাবোৰে মুখটিপি হাঁহিছিল। অজিত, বিমানহঁতে মোলৈ পুতৌৰ দৃষ্টিৰে চাইছিল। ইয়াৰ আগতে মই বহুত ভাললৰা আছিলো পৃথিৱী। বহুত মৰম আকলুৱা আছিলো। সহস্ৰজনৰ ঘৃণাভৰা অবাক দৃষ্টিৰ, মন্তব্যৰ মাজতো মই তলমূৰকৈ স্কুললৈ আহিছিলো। ক্লাচ কৰিছিলো। ভাবিছিলো, মই মানুহ হ'ম। সমাজত মূৰ তুলি জীয়াই থাকিম। স্কুলৰ হেমন্ত চকীদাৰৰ পুতেক বুলি মোক আৰু নাহাঁহিব। মোৰ পৰিচয়ৰে—মানুহৰ পৰিচয়ৰে মই জীয়াই থাকিম। স্বাস্থ্যৰ যত্ন লৈছিলো সকলৰে পৰা, ভীষণ শক্তিশালী আছিলো। কিন্তু, নোৱাৰিলো পৃথিৱী—মই মানুহ হব নোৱাৰিলো।"

"মা'ৰ বাহিৰে পৃথিৱীৰ আন কাৰোপৰা মই মৰম পোৱা নাই। মোৰ মুখলৈ মূৰ তুলিচাই প্ৰত্যেকেই মুখ উভতাই নিছে। কিন্তু, মোৰ মাজতো এটা মৰম আকলুৱা মন আছিল পৃথিৱী। মোৰ মনটোৱেও বিছাৰিছিল এটা সংগ, অলপ বন্ধুত্ব, অন্তৰঙ্গতা। মোৰ মনতো কবলৈ বহু কথা থুপখাই আছিল। কিন্তু কবলৈ পালো ক'তা? শুনিলেই বা কোনে? ক্লাচৰ এচুকত মনে মনে বহি থাকো। পঢ়াশুনাত বেয়া নাছিলো। পাচ কৰি যাওঁ ভালদৰে। কিন্তু বন্ধুত্ব হীনতা, চাৰহঁতৰ ব্যঙ্গ ভৰা কথা, আৰু মোৰ নিজৰ আইৰ দাগেৰে ভৰা কলা বলিষ্ঠ শৰীৰটোক লৈ নীচাত্মীকা বোধত ভোগা মনটোৰে ভালদৰে পঢ়িব নোৱাৰিছিলো। অসুৰৰদৰে বলবান আছিলো সকলৰে পৰা। কিন্তু দুৰ্দান্ত নাছিলো। নীৰিহ আছিল খুব নীৰিহ। কেতিয়াবা চূড়ান্ত অপমানত ঘৰলৈ আহি মাৰ বুকুত মূৰ গুজি কান্দিছিলো—"

"মই দেখিবলৈ ইমান বেয়া কিয় হলো মা? দেউতা হেমন্ত চকীদাৰ কিয় হ'ল? মানুহ কিয় নহল?"......

"মোৰ লগতে মায়েও কান্দিছিল। মোৰ মা'—যি মোক অকুণ্ঠ



মৰমেৰে চাইছিল। মোৰ মা—যি মোৰ কুটকুৰা চুলি কোচাত হাত ফুৰাই মৰম কৰ ছিল।"

"তই মানুহ হ সমুদ্ৰ। হেমন্ত চকীদাৰৰ দৰে তই অপমানৰ জীৱন কটাব নোৱাৰ।"

"মানুহ হয়তো মই হলোহেঁতেন। মেট্ৰিক পাচ কৰিলো দ্বিতীয় বিভাগত। ৰিজাল্ট সেইদিনা মোক সুধিৰে আনিদিছিল। কোনো দিন যি মোক মতা নাই। মোৰ মানুহ হোৱাৰ সেয়ে আছিল প্ৰথম স্বীকৃতি। কিন্তু নোৱাৰিলো পৃথিৱী—পৃথিৱীয়ে মোক মানুহ হবলৈ নিদিলে। মেট্ৰিক পাচ কৰি হায়াৰ চেকেণ্ডাৰীতেই নাম লিখালো ইচ্ছা আছিল কিন্তু সামৰ্থ্য ক'তা? যৌৱন আহিছিল মোৰ দেহলৈ, মনলৈ। জীৱনলৈ অহা নাছিল পৃথিৱী। অহাৰ সুৰুঙাই বা আছিল ক'ত? মোৰ মনটোত আত্মসন্মান বোধৰ জন্ম হৈছিল। মূৰ তুলি চাবলৈ ভাল পাইছিলো। আগধৰি মাতিছিলো স্বপ্না জোনালী হঁতক—প্ৰবীৰ, দিগন্ত হঁতক। সিহঁতেও মাতিছিল মোক। মোৰ কষ্টাৰ্জিত নোটচৰ কাৰণেই হওক বা গলগলীয়া কৰ্কশ মাতটোৰ কাৰণেই হওক। গানো গাইছিলো ঘৰত কেতিয়াবা। স্বপ্নাৰ চকুলৈ চাই থাকি ভাল লাগিছিল। স্বপ্না হাজৰিকা। মোৰ লগত একে লগে পঢ়া। স্বপ্নাইও মোক মাতিছিল। ভদ্ৰ ভাৱেই মাতিছিল। তাইও কিজানি মোক পুতৌ কৰিছিল। কিন্তু মোৰ ভুল হৈছিল। পৃথিৱী মোৰ কোমল মনটোৱে ভুল কৰি পেলাই চৰম আঘাটলৈ উভতি আহিছিল—"

"সমুদ্ৰ,—মোৰ আগত তেনেদৰে কোৱাৰ আগেয়ে আঁচিত এবাৰ নিজৰ মুখখন চাই লব লাগিছিল। আন নহলেও মনত ৰখা উচিত তুমি এইখন স্কুলৰ হেমন্ত চকীদাৰৰ পুতেক।"

"হয়—বুজিছিলো—মোৰ মানুহ হোৱা নহব—মই মানুহ নহয়, সমুদ্ৰ ফুকন নহয়, মই কেৱল হেমন্ত চকীদাৰৰ পুতেক—মোৰ জীৱনৰ, মোৰ যৌৱনৰ প্ৰথম স্বপ্ন এইদৰেই বিফলহৈ গৈছিল।"

"সমুদ্ৰ—"

"শুনিবলৈ বেয়া লাগিছে নহয়? কিন্তু এইবোৰ বৰ সঁচা কথা পৃথিৱী। এটা যুৱমনৰ মৃত্যুৰ ধ্বংসৰ এয়া সঁচা ইতিহাস।

ঘৰলৈ উভতি আহি একমাত্ৰ সৰু আয়নাখনত মুখখন চাইচাই কান্দিছিলো। কান্দিছিলো মোৰ জন্মৰ অৰ্থহীনতাত। দেউতাৰ ওপৰত খং উঠিছিল হেমন্ত চকীদাৰ হোৱা বাবে। ভাবিছিলো স্বপ্নাৰ মুখামুখি আৰু নহম। কিন্তু নোৱাৰিলো, মাৰ মুখলৈ চাই স্কুল গলো পুনৰ।

Chemistry Practicalত এদিন মোৰ হাতত কিবা কাৰণত সামান্য এচিদ পৰিল। ইচ্ ইচ্ াই উঠিল ইন্দিৰা হঁতে।

কেমিষ্ট্ৰীৰ ডেমনেষ্ট্ৰেটৰ কটকীচাৰে দেখিলে। এইখন স্কুলৰে এসময়ৰ ছাত্ৰ জগৎ কটকীচাৰে হাঁহিলে এটা ব্যঙ্গৰ হাঁহি—"

"একো নহয় ইন্দিৰা—তাৰ মুখত পৰিলেও এচিদে একো বি-একচন ঘটাব নোৱাৰে।" কেমিষ্ট্ৰী লেব্ৰেটৰী ৰজন্-জনাই গৈছিল। হল ভৰা লৰাছোৱালীৰ গিৰ্জনি মৰা হাঁহিত—মোৰ অজানিতে মই কঁপিছিলো। মোৰ মুখখন ভয়ঙ্কৰ হৈ উঠিছিল কিজানি। স্তব্ধহৈ ৰৈ গৈছিল হঠাতে সকলোৱে—

"চাৰ অপমানৰ এটা সীমা থাকে ভাবিচিন্তি কথা কবৰ চেষ্টা কৰিব। মনত ৰাখিব মই ক্লাচ XII-ৰ ছাত্ৰ।"

লাজ পাইছিল চাৰে। তীব্ৰ ঘৃণাৰে উত্তৰ দিছিল—"বেচ কথা কবলৈ শিকিছ। হেমন্ত চকীদাৰৰ লৰা হৈ সমান সন্মান লাগে।

মোৰ মূৰত জুই জ্বলিছিল। উপলব্ধি কৰিছিলো মই সমুদ্ৰ ফুকন। দ্বাদশ শ্ৰেণীত পঢ়িলেও মই হেমন্ত চকীদাৰৰ লৰা। মই এটা মানুহ নহয়, এজন ছাত্ৰ নহয়। হব নোৱাৰো। তেন্তে এই সহনশীলতা কিয়? এই অমায়িকতা কিয়? সি মোক মানুহ হবলৈ নিদিয়ে তাক আকৌ কিহৰ সন্মান? কিহৰ শ্ৰদ্ধা? প্ৰয়োজন নাই মই মানুহ হোৱাৰ। মই হেমন্ত চকীদাৰৰ লৰাহৈয়ে জীয়াই থাকিম। "কনচেনট্ৰেটেড এচিডৰ বটলটো লৈ আগবাঢ়ি গৈছিলো।



"মুখ চম্ভালী কথা ক'ব চাৰ—সমুদ্ৰ ফুকন সমুদ্ৰ ফুকনেই। হেমন্ত চকিদাৰক ইয়াৰ মাজলৈ টানি নানিব।"

"ভয় দেখুৱাবলৈ আহিছ? বাপেৰ চকীদাৰ বুলি ক'লে লাজ লাগে? ঘণ্টাকোবাওঁতেই জীৱনৰ তিনিকাল যোৱাৰ পুতেকে—

দুৰহ খংত মই কঁপিছিলো। মোৰ মগজৰ প্ৰৰা ন্যায়-অন্যায় বোধ হেৰাই গৈছিল। হেৰাই গৈছিল মানৱীয়তা, বিবেক বিচাৰবুদ্ধি। কন্‌চেনট্ৰেটেড এচিডৰ বটলটো মাৰি পঠিয়াইছিলো। এচিড খিনি মুখত নপৰি কান্ধত পৰিছিল। জ্বলি গৈছিল এটা অংশ। বাধা দিবলৈ অহা প্ৰতিজন ছাত্ৰকে উৰাই ঘূৰাই মৰিয়াইছিলো। সেইদিনা প্ৰথম গম পাইছিলো—মোৰ দেহত এটা অসুৰৰ শক্তি আছে। আৰু সেই শক্তিৰ লগত ফেৰ মাৰিবলৈ প্ৰবীৰহঁতৰ, কটকী চাৰহঁতৰ কাৰো সাধ্য নাই।

ছমাহ জেল হ'ল দেউতাৰ চাকৰি গ'ল। দেশৰ পৰিবেশে মোক মানুহ কৰি নপঠালে পৃথিৱী এটা গুণ্ডা কৰি পঠালে, এটা চৰিত্ৰহীন কৰি পঠালে।

"হব সমুদ্ৰ—"

নিজৰ জীৱনৰ বুকুৰ মজত পুহিৰখা সমষ্ট লাজ উজাৰি দি শান্ত হৈ গৈছিল সমুদ্ৰ। পৃথিৱীয়ে আচলেৰে চকুপানী মচিছিল। তাৰ কথাখিনি কোনেও নুশুনিব যেন লগা তাৰ দুখখিনি পৃথিৱীয়ে কানপাতি শুনা বাবে কৃতজ্ঞতাত তাৰ মুখ দোঁ খাই গৈছিল। সুধিছিল সি পৃথিৱীক—

সেইখন পৃথিৱীলৈ মই মানুহহৈ কেনেকৈ উভতি যাম পৃথিৱী? সহস্ৰজনৰ পুতৌৰ পাত্ৰহৈ মই কেনেকৈ জীয়াই থাকিম?"

"ভুল কথা সমুদ্ৰ। তোমাক পুতৌ কৰিবৰ সাধ্য নাই সিহঁতৰ। তোমাৰ নিজস্ব পৌৰুষেৰে সেই ফোপজহী বীৰত্বৰ ভাও দিয়া শিয়াল জাকক তুমিহে করুণা কৰিব পাৰিবা। তোমাক মই নীৰিহ হবলৈ

কোৱা নাই। মনুষ্যত্বৰ মহানতাৰে, শান্তিৰে, অহিংসাৰে, তোমাক মই সঁচা পুৰুষ হবলৈ কৈছো—।"

... ... ....

হাতৰ প'ষ্টাৰ খিনি হাতেৰে খামুচি ধৰিলে সমুদ্ৰই। সি এতিয়া পৃথিৱীৰ ওচৰলৈ যাব। নিশা হলেও পৃথিৱীৰ ঘৰৈলৈ সি যাব। কাগজৰ ন্নৰাটো পৃথিৱীৰ চকুৰ আগত মেলিদি সি সুধিব—

"পৃথিৱী অহিংসাৰে, ভাতৃত্বৰে, বুজাবুজিৰে, তুমি সমস্যাৰ সমাধান বিচাৰা। ভাই বুলি বুকুত সাৱতি লোৱা পৰিপূৰ্ণ বিশ্বাসেৰে ভাই বুলি মানি লোৱা, কান্ধত কান্ধ মিলাই আন্দোলনত যোগদিয়া "বাচু"ৰ দৰে বিশ্বাস ঘাটক বোৰক তুমি কি বুলি ক্ষমা কৰিবা? এইবোৰ ঘৰ শত্ৰুক জীয়াই থাকিবলৈ দি সমস্যাৰ সমাধান তুমি কেনেকৈ পোৱাৰ আশা কৰিবা?

• • •

॥ ছয় ॥

"বুজিছা প্ৰদীপ আজি ঘটনা এটা হ'ল।"

গণসংগ্ৰাম পৰিষদৰ অফিচত মিটিঙৰ আগ মুহূৰ্ত্তত পৃথিৱীয়ে কলে। ছাত্ৰ সস্থাৰ লৰা খিনিহে তেতিয়া আহিছিল। প্ৰদীপ ছাত্ৰসন্থাৰ এজন নেতৃস্থানীয় লৰা। পৃথিৱীহঁতৰ এজন যোগ্য সহযোগী।

"কি ঘটনা পৃথিৱী বাইদেউ?" আটাইজাক পৃথিৱীৰ ওচৰত জুমুৰি খাই পৰিল। পৃথিৱীয়ে প্ৰায়ে সৰু সৰু ঘটনা বিলাকৰ বিশ্লেষণ কৰি এইদৰে কৈ শুনায়। খুব মৰম কৰে পৃথিৱীয়ে সিহঁতক। হয়তো বয়সত সৰু কাঁৰণে আৰু প্ৰচেষ্টাক সফল কৰি এইসকল লৰা ছোৱালীৰ ব্যক্তিত্ব নতুনকৈ গঢ়ি উঠা বাবে।

এচুকত জুপুকা মাৰি থকা সুন্দৰলৈ চাই পৃথিৱীয়ে মিচিকিয়াই হাঁহিলে। সুন্দৰেও উওৰত পাতলকৈ হাঁহিলে। হাঁহিৰ লগে লগে পোন্ধৰ বছৰীয়া ক্লাচ XI-ৰ ছাত্ৰ সুন্দৰ বৰবৰাৰ বহল মুখখনৰ মৰম লগা সৰু সৰু চকুকেইটাও চিক চিকাই উঠিল।

আটাই মখাই বুজিলে যিটো ঘটনা পৃথিৱীয়ে কব তাৰ লগত সুন্দৰ নিশ্চয় জড়িত। কৌতুহলত এই পৰিশ্ৰমী লৰাকেইটাই পৃথিৱীলৈ উৎসুক্যৰে চালে। যোচেফ আৰু অশান্তইও চালে। ধেমেলীয়া পৃথিৱীজনীক সিহঁতে জানে।

হাঁহি মুখেৰে পৃথিৱীয়ে কৈ গ'ল—অথনি···

সুন্দৰ, ৰঞ্জিৎ, বাবুল, মোৰ লগত আহাঁচোন।

মীনা তুমিও আহাঁ। চুপাৰিনটেণ্ডেণ্টৰ অফিচত থকা লৰা কেইজন হেনো ডিহিঙলৈ গ'ল। ভাত কিবা এটা গণ্ডগোল হৈছে। চুপাৰিনটেণ্ডেণ্টৰ অফিচলৈ যাওঁ বলা। সোনকাল কৰাচোন।

আটাই কেইটাক লৈ পৃথিৱী লৰালৰিকৈ ওলাই গ'ল।

"হুৱাট্ ইজ গ'ইং অন হীয়েৰ?"

"উই আৰ কেৰি অন আৱাৰ ডিউটি।" মীনাই ভঙা ভঙাকৈ কলে—

"হুৱাট্ হেল ?"

"চাট্ আপ।"

শুকান গছৰ ডাল এটা ভাঙিলৈ আগবাঢ়িল সুন্দৰ। কাণ্ড দেখি হুখোজ পিচুৱাই গ'ল কাম চাবলৈ অহা ডেকা অসমীয়া মেনেজাৰ জন।

"কুকুৰ! অসমীয়া কব নোৱাৰ ?"

"সু-ন্দ-ৰ—"

"নহয় বাইদেউ; ইয়াক মই চিনি নাপাও বুলি ভাবিছে। স্কুল বন্ধত ঘৰলৈ গৈ হালবোৱা লৰা। মেনেজাৰ হৈ ইংৰাজী দেখুৱালৈ আহিছে। মাৰ পোৱা নাই বাপেৰে। আমি আন্দোলন কৰি মৰিছো। এওঁ এতিয়াও অসমীয়াক 'হেল্' কব পৰাতে আছে।

"এ—ভাইটি, তুমি খং খাইছা কেলেই ?" সেমেনা সেমেনি কৰিলে মেনেজাৰ জনে। এতিয়াহে তাৰ মুখেদি নিভাজ অসমীয়া মাত ওলাল।

"সুন্দৰ গুচি আহঁা।"

"নহয় বাইদেউ, ইয়াৰ পিঠিৰ চাল তুলি দিলেহে গমপাব তাৰ চালৰ তলৰ মঙহ খিনি নিভাজ অসমীয়া মঙহ।"

"সুন্দৰ, হব। গুচি আহঁা। হিংসা আৰু প্ৰতিশোধ আমাৰ পথ নহয়।"

সুন্দৰক এহাতেৰে আতৰাই আনি পৃথিৱীয়ে পোন দৃষ্টিৰে মানুহ জনলৈ চালে।

"যাওক মেনেজাৰ ডাঙৰীয়া। ডেকা শক্তিক উগ্ৰহোৱাত সহায় নকৰিব। আপোনালোকৰ উন্নতিৰ সপোন দৃঢ় কৰিবলৈকে সিহঁত আগবাঢ়িছে। অসমীয়া হৈ অসমীয়াক উপলুঙা কৰাটো চাৰিত্ৰিক ক্লীৱতাৰহে প্ৰতীক। যাওক—ভদ্ৰভাৱে কৈছো উলটি যাওক। আমি ইয়াত পিকেটিং কৰি আছো।



উভতি গ'ল—ডেকা অসমীয়া মেনেজাৰ জন—পৃথিৱীৰ দৰে ছোৱালীৰ দৃঢ়তা আৰু সুন্দৰৰ দৰে এটা স্বাস্থ্যবান অসমীয়া ডেকা লৰাৰ আত্মসন্মান বোধৰ মাজেৰে অসমীয়া জাতিটোৰ প্ৰতি নতুন দৃষ্টিভঙ্গীলৈ এটা নতুন মনলৈ। বাগানৰ ক্লাৱত অসমীয়া হোৱা বাবে 'ইনফিৰিয়ৰিটি কম্প্লেকচ'ত ভোগা ডেকা লৰাটো এজন নতুন মানুহ হৈ উলটি গ'ল। জানি গল, অসমত এতিয়াও এনেকুৱা মানুহো আছে যি অসমীয়া হোৱা বাবে সৰ্ব্বান্ত কৰণেৰে গৰ্ব্ববোধ কৰে।

"বুজিছা,—মেনেজাৰ জনৰ মুখৰ অৱস্থা চাবলগীয়া হৈছিল আৰু।" গহীন ভাবে কথা কৈ থকা পৃথিৱীৰ শেষৰ বাক্যটোৰ কথন ভঙ্গী দেখি আটাই কেইটাই গিৰ্জনি মাৰি হাঁহিলে।

"বাঃ সুন্দৰ—বেচ দিলি দেই। হাঁহি হাঁহি কলে প্ৰদীপে। তাৰ পাচত হঠাতে গম্ভীৰ হৈ গ'ল।

"সঁচাকৈ পৃথিৱী বাইদেউ। নীচাত্মকা বোধত ভোগা এইচাম মানুহৰ কেতিয়াযে পৰিৱৰ্ত্তন হব।"

"হব প্ৰদীপ। চেষ্টা কৰিব লাগিব কেৱল। আৰু সুন্দৰৰ দৰে ইহঁতৰ চেতনাৰ তন্ত্ৰীত ব্যক্তিত্বৰে আঘাট হানিব লাগিব।"

"অসমীয়া মানুহবোৰ চিন্তাৰ গভীৰতা বৰ তৰাং হৈ গৈছে। দৃষ্টিৰ সীমাৰেখা বৰ ঠেক হৈ আছে। এই চাৰিত্ৰিক দুৰ্ব্বলতা বোৰেই আমাক খালে।"

"কথাটো সঁচা। কিন্তু এই ক্ষেত্ৰতো নৈতিক দিশত আমাৰ পৰিৱৰ্তন নাই অহা বুলি তুমি কব নোৱাৰা। বিশেষকৈ বৰ্তমানৰ আন্দোলনটোৱে আমাৰ চাৰিত্ৰিক দুৰ্ব্বলতাৰ ভেটি জোকাৰি দিব পাৰিছে।" পৃথিৱীয়ে অনললৈ চাই কলে।

"তেনেকৈ কব নেকি ?"

"এটা সাধাৰণ উদাহৰণেই ধৰাছেন। আন্দোলন আৰম্ভ হোৱাৰ আগলৈকে লৰাবোৰৰ শালীনতাহীন মন্তব্যৰ কোবত ছোৱালীবোৰ

মুকলি ভাবে বাহিৰলৈ ওলাবই নোৱাৰিছিল। এতিয়া আৰু সেইটো নাই। তোমালোকেও জানো আজিকালি ছোৱালী জোকোৱা। হাঁহিলে পৃথিৱীয়ে। তাৰ পাচত গহীন হৈ গ'ল।

"এইটো এটা পৰিবৰ্ত্তন। এটা যুগাৱসানৰ চিন। ছোৱালীবোৰৰ ক্ষেত্ৰতো একেটাই কথা। আগৰ সেই উগ্ৰ পশ্চিমীয়া আধুনিকতা সিহঁতৰ মাজত দেখিবলৈ নোপোৱা। যিখিনি এতিয়াও বাকী আছে সেইখিনি শুধৰোৱাৰ দায়িত্ব তোমালোকৰ।"

কথাটো কোনেও উলাই কৰিব নোৱাৰিলে। খুব সঁচা কথা— আন্দোলনৰ আগচোৱাত কোনদিনা সিহঁতে কিতাপ আলোচনী পঢ়িছিল? অশান্ত হঁতৰ লাইব্ৰেৰীত আজিকালি ইমান লৰাছোৱালীৰ ভীৰ কিয় হ'য়? 'সংস্কৃতি'ত লিখিবলৈ সিহঁতৰ মাজত কিয় উথপথপ লাগে? সঁচাকৈ এটা ঢৌ আহিছে—পৰিৱৰ্তনৰ ঢৌ—শতাব্দীজুৰি থুপখাই থকা জড়তাৰ মলি-মামৰ উটুৱাই নিয়াৰ ঢৌ—

ইতিমধ্যেই সংগ্ৰাম পৰিষদৰ আটাইবোৰ সদস্য আহিছিল। সেয়ে আলোচনা আৰু বিশেষ আগ নেবাঢ়িল।

॥ সাত ॥

"ইহঁতক লৈ কিযে কৰো—ভবিয়েই পোৱা নাই। খোৱা নাই বোৱা নাই কেৱল কাম আৰু কাম। ঘৰত জানো এক মুহূৰ্ত থাকে? চি আই ডি সোপাৰ উৎপাতত অসহ্য লাগিছে আৰু।"

"সঁচায়ে। বুজিছে—দেশখনৰ কিযে হ'ল—মানুহবোৰ এটাৰ পিচত এটাকৈ মৰিয়েই আছে—ক'ত লৰাযে ঘূনীয়া হ'ল। আৰু কিমান যে মৰিব লাগিব ঠিক নাই। পৃথিৱী জনীলৈ চিন্তাই লাগিছে। আজি বাদে কাইলৈ তাইৰ বিয়া হব। এতিয়া এই বোৰত লাগি থাকিলে কেনেকৈ হব। বাধাও দিব নোৱাৰে—জনাবুজা ছোৱালী। সংসাৰৰ কাম শিকাৰ কথা কলে কয়—মা, ঘৰ সংসাৰৰ আৱদ্ধতা সিহঁতৰ কাৰণে—যি নিজৰ সুখ শান্তিৰ কথা চিন্তা কৰি স্বাৰ্থপৰৰ দৰে জীয়াই থাকিব বিছাৰে। মই সেই দলৰ নহয়। সময় আহিলে মই সকলো কৰিম—তুমি চিন্তা নকৰিবা।"

হুমুনিয়াহকাঢ়ি কলে পৃথিৱীৰ মাকে—

"আপোনাৰো চাগে অশান্তলৈ চিন্তা।"

অশান্ত হঁতৰ ড্ৰয়িংৰুমত অশান্ত আৰু পৃথিৱীৰ মাকে কথা পাতি আছিল।

'অ'—লৰাছোৱালী হঁতৰ মুখলৈ চালে বাধাদিবৰ মন নাযায়। মনে নামানি বাধা দিলেও কয়—মা, দেশখনৰ মানুহে—শোষণত কষ্ট পাইছে বুলি জানি বুজি কেনেকৈ মনে মনে থাকো। আৰু আমাৰ ঘৰলৈ ক'ত লৰাছোৱালী আহিছে প্ৰত্যেকেই তোমাক মা—বুলি মাতিছে—মোৰ কাৰণে চিন্তা কৰিছা কিয়? মোৰ বাহিৰে ককাইদেউ আছে—তোমাৰ হাজাৰ হাজাৰ লৰাছোৱালীবোৰ আছে, পূৰবী আছে কিহৰ চিন্তা? "কিন্তু সিহঁতে কি বুজিব—নিজৰ সন্তান বোৰক বুকুৰ মাজৰ পৰা আতৰাই পথাবলৈ মাকবোৰৰ কিমান কষ্ট হয়।"

পৃথিৱী তেতিয়া অশান্তৰ ৰুমত।

"অশান্ত—"

"কোঁৱা পৃথিৱী'

"কাগজ কলম থোৱা।"

"এক মিনিট ৰবা না—শেষ কৰিলওঁ।"

"শেষ পিচতো কৰিবা বাৰু—থোৱাচোন—খবৰ শুনিছা ?

"খবৰ ?"

"ওঁ"

কোঁৱাচোন—

"অসমৰ বিভিন্ন ঠাইত ঘটা হিংসাত্মক ঘটনাবোৰৰ পৰস্পৰৰ যোগসূত্ৰ থকা বুলি চৰকাৰে সন্দেহ কৰিছে।"

"কৰিবই। চৰকাৰক দমন নীতিৰ প্ৰতি আগ্ৰহ বঢ়াবলৈ এটা চক্ৰই এনেকুৱা ধাৰণাৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰি আহিছেই।

"ভুমুভুমাত লৰা এটা অস্ত্ৰ-শস্ত্ৰেৰে ধৰা পৰিছে। অসমীয়া লৰা।"

"কথাটো শুনিছো।"

"তুমি কি ভাবা—অসমত এটা সশস্ত্ৰ আন্দোলন গঢ়লৈ উঠিব ?"

"এতিয়াই সেই কথা কব পৰা নাযায়। এনেয়েও প্ৰতিটো আন্দোলনতেই সকলো সময়তেই এনেকুৱা উগ্ৰপন্থীৰ জন্ম হৈয়েই। তথাপি অসমৰ কথাটো বেলেগ। বিষ্ণুৰাভাৰ পিচত মৃত্যুৰ সৈতে এনেভাবে খেলিবলৈ আমাৰ বিশেষ প্ৰয়োজন হোৱা নাই।

"প্ৰয়োজন নাইহোৱা বুলি কেনেকৈ কবা ? স্বাধীনোত্তৰ কালত আমি বিশেষ ভাবে পাইছোৱেই বা কি ?

কথাটো সঁচা—কিন্তু প্ৰৱঞ্চনাৰ উত্তৰ প্ৰতিশোধেৰে দিলে বিশেষ কিবা লাভ হব বুলি মনে নধৰে।'

"কিন্তু অশান্ত—সমুদ্ৰ হঁতক মন কৰিছা ?"

"সমুদ্ৰ ?"

"অঁ—জানাইতো কিমান উগ্ৰ লৰাটো। তাতে বাচু ধৰা পৰাৰ পিচৰ পৰা—সি বৰ বেলেগহৈ পৰিছে। সঁচাকৈ—ইমান অত্যাচাৰ, জেল—পাইকাৰী জৰিমনা—সহ্য কৰিব নোৱাৰি আৰু। স্বদেশৰ মুখতেতো শুনিছাই উত্তৰ কামৰূপৰ অৱস্থা। বেচেৰা আহিয়েই যাব লগা হ'ল। বৰ কষ্ট হৈছে চাগে সিহঁতৰ—।



"অ"—ভাবিছো—অহা সপ্তাহত—মই গুৱাহাটীলৈ যাম—তেতিয়াই বৰপেটাৰ ফালে এবাৰ গৈ আহিম। এমাহ মান সেই ফালেই থাকিম বুলি থিক কৰিছো।"

"যোঁৱা—। এইফালে সিমান গণ্ডগোল হোৱা নাই। আমি চাব পাৰিম। যোচেফতো আছেই। তাৰো বাগান বোৰত লাগি থাকোতে খাৱন শোৱন নোহোৱা হৈছে।

"কি কৰিবা। বাগানৰ মজদুৰ সকলৰ মাজত আমাৰ কিছুমান বৰ বেয়া মানুহ সোমাইছে—।

"ওঁ—সেই দিনা 'লিখাজান গ্ৰাণ্ট'ৰ ফালে যোচেফ, সমুদ্ৰহঁতক—বেৱিধৰিছিল গমপোৱা নহয় ?"

"অঁ"—সমুদ্ৰই কৈছিল। এটা কথা নহয় পৃথিৱী—।

"কোঁৱা।"

"আমাৰ সংগঠনতো উদ্দেশ্যলৈ কিছুমান লৰা সোমাইছে। বৰ—বেয়া কাম কিছুমান কৰি ফুৰিছে সিহঁতে। কামালেও কৈছিল সিদিনা।"

"সোমাবই অশান্ত। উদ্দেশ্য লৈ সোমোৱা বিলাকক চিনি উলিয়াবলৈ টান।

"কিবা এটা কৰিব লাগিব। জন-সাধাৰণৰ চকুত "মাতৃ সজ্ঞৰ ভাৱ মুৰ্ত্তি নষ্ট হবলৈ দিব নোৱাৰি।"

"কি কৰিব খুজিছা ?"

"বাৰু'—অলপ ভাবি অশান্তই কলে—

আমি যদি আমাৰ মুখপত্ৰ খনত এটা সমালোচনা বিভাগ খোলো কেনে হব ?"

"কেনে ধৰণৰ ?"

"কোনো ধৰণৰ আক্ৰমনাত্মক বা বিদ্বেষাত্মক সমালোচনাৰ বাহিৰে মাতৃ সংঘৰ কামকাৰ ত্ৰুটিপূৰ্ণ দিশটোৰ ওপৰত বাইজৰ পৰা যিকোনো গঠনমূলক সমালোচনা বিচৰা হওক। তেতিয়া জন সাধাৰণৰ লগত আমাৰ সম্পৰ্কও অটুট থাকিব—আমিও আমাৰ ভুল দিশবোৰ বুজি পাম। "মাতৃ সংঘ সকলো ফালৰ পৰা শুদ্ধ আৰু সম্পূৰ্ণ নহবও পাৰে। তাৰোপৰি অসমত নেতৃত্বৰ বাবে কোঢ়াল নলগোৱা—বহু জ্ঞানী আৰু অভিজ্ঞ ব্যক্তিৰ অভিজ্ঞতাবোৰ কামত নলগাকৈ পৰি আছে। সেইবোৰো আমি কামত লগাব পাৰিম। কেনে হব?'

''বেয়া নহব কিজানি—। বাস্তৱিকতে জনতাৰ বুকুৰ মাজলৈ সোমাব নোৱাৰিলে বিবৃত্তিৰ নেতৃত্ব বেছিদিন টিকাই ৰাখিব নোৱাৰি। পদ্ধতিটো কামত খটুৱাব পাৰিলে ভাল হব। তুমিতো অহা সপ্তাহত গুৱাহাটীলৈ যাবা। বাসৰ হঁতৰ তালৈও যাবা নহয়?"

"অঁ—যাবতো লাগিবই। বৰচিন্তা কৰি আছে লৰাটোৱে। এই মুহূৰ্ত্তত পাম এৰি যাবও নোৱাৰে।"

"বেয়া লাগে নহয় অশান্ত—বাসৰ হঁতৰ দৰে লৰা বোৰে কপালৰ ঘাম মাটিত পেলাই খেতি বাতি কৰিও—আন্দোলনত ইমানকৈ লাগিব পৰিছে। অথচ আমি চহৰত আৰামত উঠা খিনিয়ে ৰ'দত প্ৰচেচন এটালৈকে ওলাবলৈ টান পাওঁ। অ'—পাহৰিয়েই গৈছিলো—স্বদেশ আৰু চেতনৰ পৰা তোমাৰ নামত চিঠি দুখন আহিছে।

"ক'তা—দিয়াঁ?"

"পৃথিৱীয়ে চিঠি দুখন উলিয়াই দিলে। অশান্তই প্ৰথমে স্বদেশৰ চিঠিখন খুলিলে—

"শুনিবা নেকি?"

"পিচত—মই চাহত লাগোগৈ। পূৰৱী জনীয়ে অকলে কৰি আছে।"

পৃথিৱীৰ অপসৃয়মান শৰীৰটোলৈ অলপ সময় চাই থাকি অশান্তই চিঠিখন পঢ়িবলৈ আৰম্ভ কৰিলে—



প্ৰিয়—

অশান্ত—

মৰম লবি। তইঁতৰ তাত ভাল আশা কৰো। আমাৰ ইয়াত সিমান ভাল নহয়। ইয়াৰ গাঁৱৰ মানুহ খিনিৰ ওপৰত বৰ অত্যাচাৰ চলিছে। কেইবাটাও লৰা নোহোৱা হৈছে। সেইদিনা এঘৰত পুলিচে বহুত অস্ত্ৰশস্ত্ৰ পাইছে। বাংলাদেশৰ বুলি সন্দেহ কৰা হৈছে। মই চাবলৈ যাবলৈ নাপালে। আগৰদৰে ওলাই মেলি ফুৰিব নোৱাৰো। মোৰ আৰু কুনাল দুয়োজনকেই পুলিচে বিছাৰি ফুৰিছে। 'মাতৃ সংঘ'ৰ ওপৰত চৰকাৰৰ চকু পৰিছে। তহঁতকো এৰেষ্ট কৰিব পাৰে। অলপ সাৱধানে চলিবি। তই শুনি সুখী হবি কিজানি এইটো অঞ্চলৰ প্ৰায় প্ৰতিখন গাঁৱতেই 'মাতৃ সংঘ'ৰ কৰ্মী শাখা আছে। সেয়ে কাম চলাবলৈ বৰ বিশেষ অসুবিধা পোৱা নাই। সেইদিনা তহঁতৰ তাৰ পৰা আহোতে ডিব্ৰুগড়ত কামালৰ তাত সোমাইছিলো—তাৰো পৰিস্থিতি সিমান ভাল নহয় হেনো। মই জাগাৰালৈ যাবলৈ ওলাইছো। বেছি নিলিখো। তই আহিবি বুলি কৈছিলি—আহ যদি চেতনাৰ তাত সোমাই আহিবি। পোনে পোনে ইয়ালৈ নাহিবি বুজিছ। পৃথিৱী আৰু গোচেফলৈ বেলেগে নিলিখিলো। বেয়া পাবলৈ মানা কৰিবি। তহঁতৰ তাৰ লৰাছোৱালী খিনিক সিদিনা লগপাই খুব ভাল লাগিল। সকলোকে মোৰ মৰম আৰু শুভেচ্ছা জনাবি। মৰম লবি।

তোৰ

স্বদেশ।

চিঠিখন জপাই থলে অশান্তই। গাৰুটোত ভালদৰে আঁউজি বহি আনখন চিঠি মেলি ললে—

অশান্ত,

মৰম লবা। তোমালোক নিশ্চয় ভালে আছা। মোৰ বৰ্ত্তমান ভাল। কিন্তু আমাৰ পৰিস্থিতি অকনো ভাল নহয়। চাৰিও ফালে কেৱল হত্যা—লুণ্ঠন—অত্যাচাৰ—অগ্নি সংযোগ সহ্য কৰিব নোৱাৰা

হৈছো। মনবোৰ বিদ্ৰোহী হৈছে। কোনো উপায় পোৱা নাই। সংগঠনৰ কমতো আগৰদৰে ওলাই যাব নোৱাৰা হৈছো। ঘৰত মা হঁতৰ চিন্তা। ওলাবাই বা কেনেকৈ? কি নিৰাপত্তা আছে এইখন ৰাজ্যত? কি অধিকাৰ আছে নিজস্বভাৱে ভাৰতৰে ভাৰতীয় হৈ? তথাপি ওলাই যাওঁ। কেম্প কৰি থকা মা--ভনী হঁতৰ ওচৰত অলপমান শান্তনাহে থিয় দিওঁ। মুখৰ কথাৰ বাহিৰে আৰু কিমান খিনিয়েই বা কৰিব পাৰো? অৱশ্যে মই "মাতৃসংঘৰ" পৰিচালক গোটৰ ছোৱালী হিচাবে আৰু এম. এ. পঢ়ি থকা বাবে সিহঁতে কিছু সমীহ কৰি চলে। তাকেই সম্বল কৰি সাহসত ভৰদি থানাৰ পৰা সেইদিনা ছোৱালী এজনী উদ্ধাৰ কৰি আনিছো। তাই বৰ্ত্তমান আমাৰ ঘৰতে আছে। জানা অশান্ত—দুখ লাগে এফালে এচামে দেশখনৰ নামত সকলো অত্যাচাৰ নিৰ্ব্বিবাদে সহ্য কৰিছে আনফালে এচামে সাহায্যৰ নামত যথেচ্ছাচাৰ কৰি ঘূৰি ফুৰিছে। তুমি নাজানা —ৰিলিফ কেম্পৰ পৰা কেইবাশ কুইণ্টল চাউল ইতিমধ্যেই নোহোৱা হৈছে। বহুত কাপোৰ কানি ব্লেকত বিক্ৰী হৈছে। সিহঁতৰ বিৰুদ্ধে তুমি কি কৰিব পাৰিবা? নেতৃত্বৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই থকা সিহঁতো আমাৰেই মানুহ। আমাৰেই ভাই বন্ধু। কিয় নুবুজে অশান্ত? আমাৰ কষ্টখিনি—উত্তৰ কামৰূপৰ গাঁৱে-ভূঁএে যমৰ জীয়াতু ভোগা— কুমাৰী শৰীৰৰ সতীত্ব হেৰুৱাই অবৈধ মাতৃত্বৰ ক্ষণ গণা সেই নিচলা ভাইভনীহঁতৰ অশ্ৰু সিহঁতে কিয় নেদেখে? নিৰ্য্যাতিত মানুহৰ বাবে ঘৰিয়ালৰ চকুপানীটুকি সাহায্যৰ নামত পইচা গোটাই সেইজাকে কেনেকৈ অযথা আমোদত খৰচ কৰিব পাৰে? চাবা অশান্ত— কেতিয়াবা একো একোটাক ধৰি সিহঁতক ৰাজহুৱা ঠাইত উলঙ্গ কৰি আমিয়েই সৌকাৰে কোবাম—নেতা বুলি—অসমীয়া বুলি সিহঁত সাৰি যাব নোৱাৰিব।

এইবোৰ এৰিছো বাৰু। তুমি আহিবা বুলি স্বদেশৰ মুখত শুনিলো। আঁহা যদি প্ৰথমে ইয়াত সোমাই যাবা। স্বদেশ হঁতক



পুলিচে বিচাৰি ফুৰিছে। অ'—তুমি গম নোপোৱা কিজানি প্ৰীতিকনাৰ দেউতাক ঢুকাল। মাজনিশা ঘৰৰ পৰা উলিয়াই নি গোটেই নিশা শুদা গাৰে থিয় কৰাই থৈছিল মানুহ জনক। ডবল নিমোনিয়া হৈ কেবাদিনো হস্পিতালত থাকিল। প্ৰীতিকণা হঁতৰ পৰিয়ালৰ মুখলৈ চাব নোৱাৰি। বৰ বেয়া লাগে। আৰু প্ৰীতিকণা? সেইজনী ছোৱালীৰ মনৰ দৃঢ়তা দেখিলে তুমি অৱাক হৈ যাবা।

আজিলৈ আৰু নিলিখো। পৃথিৱীৰ কি খবৰ? তাইলৈ আগতে চিঠি এখন দিছিলো উত্তৰ পোৱা নাই। যোচেফো নিশ্চয় ভালে আছে। সেইদিনা বাতৰি কাকতত তাৰ বিবৃতি এটা পঢ়িলো। মজদুৰ সকলক এক কৰাৰ প্ৰচেষ্টাতো ভাল হৈছে। মোৰ ফালৰ পৰা তাক অভিনন্দন জনাবা। অ' পৃথিৱীক কবা তাইৰ সপোনটো পূৰ হলেই মোক যেন জনায়। বহুত বহুত মৰম লবা।

তোমাৰ

চেতনা।

চিঠি দুখন পঢ়ি শেষ কৰি অশান্ত বহুত সময় এনেয়ে বহি থাকিল। খবৰবোৰ পঢ়ি মনটো কিবা হৈ গৈছিল তাৰ।

"কি ভাবিছা ককাইদেউ?" পৰ্দাখন তুলি মিচিক্‌কৈ হাঁহি দিলে পৃথিৱীয়ে।

"অ'—পূৰৱী—হাঁহিছ কেলেই পাগলী?"

"মই জানো তুমি কি ভাবিছা?" আকৌ মিচিক্‌কৈ হাঁহিলে তাই।

"জান? ক'চোন কি ভাবিছো?"

"ই—স্—কেলেই ক'ম? পূৰবী বিচনাৰ ওচৰলৈ আহিল।

"আৰে'—জান অথচ নকৱ এইটো কেনেকুৱা কথা?"

"কেলেই ক'ম? কলে তুমি মোক চুলিজোকোৰা দিবা।"

"নিদিও ক'। তোকনো মই কেতিয়া চুলিজোকৰা দিছো অ'?"

"ইস্ নিদিয়াহে যেনিবা।" তাই অশান্তৰ ওচৰলৈ আহিল। আৰু অশান্তৰ চুলি কোচা লিৰিকি বিদাৰি ক'লে—

"কওঁ অশান্ত দাদা ?"

"ক' আকৌ—।"

"তুমি পৃথিৱীবাৰ কথা ভাবিছিলা নহয় ?"

"ধেৎ পাগলী। অশান্তই সঁচাকৈয়ে তাইৰ চুলি কোচালৈ হাতখন মেলিলে। পূৱৰীয়ে খিল্‌খিলাই হাঁহি দুৱাৰ মুখলৈ পলাল আৰু তাৰপৰাই কলে—

"এতিয়া খং কৰি দেখুৱালে নহব—। আঁহা সোনকালে। মাহীদেউ ইত বৈ আছে।"

অশান্তই বাস্তৱিকতে সেই কথা ভবা নাছিল। কিন্তু তাৰ ৰঙা ধুনীয়া উঁঠ দুটাত এটা পাতল হাঁহি বিৰিঙি গ'ল। তাৰ পাচত হঠাতে তাৰ মনটো সেমেকি গ'ল—

এই পথ বোধকৰো সিহঁতৰ বাবে নহয়—।

° ° °

॥ আঁঠ ॥

## নিৰ্ম্মমভাৱে ছাত্ৰ নেতা হত্যা

বাতৰিৰ শিৰোনামাত বৰবৰ হৰফেৰে উলাইছিল খবৰটো—

"...নগৰৰ মাজমজিয়াতে এদল উন্মত্ত জনতাই যোৱা কালি এজন যুৱকক নিৰ্ম্মমভাৱে হত্যাকৰে। তেওঁৰ ক্ষত বিক্ষত মৃতদেহ ঘটনাৰ দুঘণ্টাৰ পাচত ওভাৰ ব্ৰিজৰ ওচৰত পোৱা যায়। মৃতদেহটো পাচত প্ৰিয় ছাত্ৰনেতা সমীৰণ পাঠকৰ বুলি চিনাক্ত কৰা হয়। বাতৰিত প্ৰকাশ যে সাম্প্ৰদায়িক কাৰণত মানুহখিনি উত্তেজিত হৈ পৰিছিল। ঘটনাটোৱে সমগ্ৰ নগৰত উত্তেজনাৰ সৃষ্টি কৰিছে। প্ৰকাশ সমীৰণ পাঠক স্নাতক মহলাৰ ছাত্ৰ আছিল। 'মাতৃসংঘ'ৰ পৰিচালক গোটৰো অন্যতম সদস্য আছিল। উক্ত ঘটনাক বিভিন্ন অনুষ্ঠানে তীব্ৰ ভাষাত গৰিহনা দিয়ে আৰু সমীৰণ পাঠকৰ মৃত্যুত শোক প্ৰকাশ কৰে।..."

ৰঙা পেঞ্চিলেৰে দাগদিয়া আছিল বাতৰিটোত। আৰু তাৰ চাৰিওফালে বহি আছিল মাৰ্ঘেৰিটা অঞ্চলৰ এটা বুজন সংখ্যক লৰাছোৱালীৰ দল। সিহঁতৰ সমীৰণ দাদা—নাই—

কোঠালীটো সম্পূৰ্ণ নীৰব। এটা গোমা নীৰৱতা। অশ্ৰুমুখী আকাশৰ দৰে।

... ... ....

প্ৰকাশহীন যন্ত্ৰণাত মুহ্যমান অশান্ত, যোচেফ হঁতৰ দলটো অজস্ৰ জনতাৰ ভীৰ ফালি লাহে লাহে ওলাই আহিল। মৰিয়ম, বিদিশা, জেউতিৰ চকুত অশ্ৰুৰ জল। পৃথিৱী অশান্ত কিন্তু বাস্তৱিকতাৰ পৰা আঁতৰি তাইৰ দৃষ্টি সীমাৰ সিপাৰে আৱদ্ধ—উদাস। সমুদ্ৰ অভিব্যক্তি হীন। বিজুক এহাতেৰে আকোৱালি লৈ আগবাঢ়ি যোৱা অশান্তৰ চকুত অগ্নিবৰ্ষি দৃষ্টি। একে দৃষ্টি যোচেফ, অনল, প্ৰত্যুষ, প্ৰদীপৰো। কামাল অধোবদন লজ্জিত অনুতপ্ত।

আৰু বিজু ? আউল বাউল জপৰা চুলিৰে ঢকা তাৰ ক্ষীন, বগা মৰমলগা মুখৰ একান্ত দৃষ্টি চেইনডালত ওলমি থকা লকেটটোত নিৱদ্ধ। লকেটটোৰ ম'জত এখন ফটো—তাৰ মাকৰ ফটো।

আটাই কেইটা আহি বাটৰ কাষৰ গছ এজোপাৰ তলত ৰ'লহি। বাচ ষ্টেচনলৈ ইয়াৰপৰা যাব পৰা যাব। কোনেও মুখেৰে নামাতিলে। প্ৰত্যেকেই নিজৰ নিজৰ চিন্তাত নিমগ্ন।

হঠাতে নীৰৱতা ভাঙি অনুতাপত দেই যোৱা মাতেৰে কামালে কলে—

"সিহঁতৰ কথা তহঁতে বিশ্বাস নকৰিবি অশান্ত। মই—মই সঁচায়ে একো নাজানো। তহঁতেওঁ মোক ঘিন কৰিছ,—অবিশ্বাস কৰিছ। কিন্তু বিশ্বাস কৰ মই একো নাজানিছিলোঁ।

সিহঁতেও নিজৰ মগজেৰে এই কাম কৰা নাই। সিহঁতক উত্তেজিত কৰি তুলিছিল। সিহঁতক আন কোনোৱাই আমাৰ বিৰুদ্ধে উচতাইছিল। ডুমডুমাৰ পৰা আহি আমি দুয়োটাই ভাত খাই আছিলো অশান্ত। সিহঁতে, সিহঁতে তাক ভাতৰ পাততে যাথিৰে খুচি মাৰিলে।

"চকুলো মচ কামাল।" যোচেফে লাহেকৈ কামালৰ কান্ধত হাত এখন থলে—"তই আমাৰ বন্ধু তোক আমি চিনি পাওঁ। শুন—মই বাসৰ আৰু সমুদ্ৰ ইয়াত কেবাদিনো থকাকৈ আহিছো। অহা কালিৰ পৰা তহঁতৰ অঞ্চলৰ প্ৰতিঘৰ মানুহলৈকে আমি যাম—। অশান্ত থাকিলে হেতেন। কিন্তু অহা দেওবাৰে সি গুৱাহাটীলৈ যাব লাগিব। অন্য কামত সি এই কেইদিন ব্যস্ত থাকিব।"

"তই—থাকিবি ? যাবি—সিহঁতৰ মাজলৈ ? নহয় নহয় সেই পশুহঁতৰ তালৈ তইও যাব নালাগে। সিহঁতে তহঁতক মাৰি পেলাব যোচেফ।"

"নামাৰে।—তহঁতৰ অঞ্চলৰ সকলো মানুহকে তই হৃদয়হীন অমানুহ বুলি কিয় ধৰি লৈছ ? শুন—তই আৰু দুজন মানক ল। বুজালে সিহঁতে নিশ্চয় বুজিব।—বিদেশী হলে হিন্দুও হ'ব পাৰে,



মুচলমানো হ'ব পাৰে। কিন্তু সকলো হিন্দু বা মুচলমানেইতো বিদেশী নহয়। আমাৰ সতাম পুৰুষীয়া সম্বন্ধক আমি কেতিয়াও ঘূনে ধৰিবলৈ দিব নোৱাৰো কামাল। এজন সমীৰণ গ'ল যাওক। আমিতো আছোঁ। আৰু তই আছ। সমীৰণৰ পৰিয়ালটো তয়েই এতিয়া চাব লাগিব। আমিতো দূৰত থাকো।"

এটা বিমৰ্ষ মন লৈ সিহঁত মাৰ্ঘেৰিটালৈ উলটি আহিল। আৰু সেই নিশাই জিলাৰ বিভিন্ন ঠাইত ঘটিল কেবাটাও চুৰিমৰা অগ্নি সংযোগৰ ঘটনা। পৃথিৱী, বিজু, প্ৰত্যুষ, মৰিয়ম, পূৰবী, বিদিশা, নিশা, প্ৰদীপ হঁত এই অশান্তি বিয়পি যোৱাৰ পৰা বাধা দিবলৈ প্ৰাণপণে পৰিশ্ৰম কৰিলে। দুদিন পিচত গধূলি—

"অশান্ত এই অশান্ত—"

দুৱাৰত নম্ৰভাবে ধকিওৱা শুনি ধক্‌কৈ উঠিল অশান্তৰ মাকৰ মন। ওচৰতে অসমবন্ধৰ বাবে বেজ চিলাই থকা পূৰবীক কলে—

"যাচোন পূৰবী দুৱাৰখন খুলিদে। অ'—নালাগে ৰ' ময়ে গৈছো। দুৱাৰখন উঠি গৈ খুলি দিলে মাকে—

সন্মুখত ৰাজু, সমুদ্ৰ, পৃথিৱী, বিজু আৰু মৰিয়ম।

"আঁহা—ভিতৰলৈ আঁহা। ইমান নিশাখন ক'ৰপৰা আহিলা ?" আটাই কেইটা ভিতৰলৈ সোমাই আহিল।

আঁহা পৃথিৱীবা—সমুদ্ৰ দাদা,—বিজু বহা। পূৰবীয়ে আটাই কেইটাকে বহিবলৈ দি মৰিয়মলৈ চালে—

"তুমিও গৈছিলা নেকি বৰগোলাই লৈ ?

"মই নগলো। পৃথিৱী বাইদেউ হঁতহে গৈছিল।"

"অশান্ত ক'ত পূৰবী ?"

"অ'—অশান্ত দাদা—সি নিজৰ ৰুমত কিবা লিখি আছে। মাতি দিমনে তালৈকে যাব সমুদ্ৰ দাদা ?"

"তোমালোক ভিতৰলৈকে যোৱা সমুদ্ৰ।" পূৰবীৰ মাকে কলে।

গোটেই কেইটাই পূৰৱীৰ পিচে পিচে যাবলৈ উঠিল। "পৃথিৱী মাজনী তুমি অলপ ৰবাচোন।"

পৃথিবী ৰ'ল। অলপ অবাক হ'ল তাই। পূৰবীহঁতৰ মাক পৃথিবীৰ ওচৰ চাপি আহি পৃথিবীৰ কান্ধত হাত এখন থলে—

"মাজনী অশান্তটোৰ কি হৈছে কব পাৰা ?"

"কি হৈছে অশান্তৰ ?" যৎপৰো নাস্তি অবাক হ'ল পৃথিবী।

"সি দিনে ৰাতিয়ে কিবা চিন্তা কৰি থাকে। লিখা মেলাতে সৰহ ভাগ সময় ব্যস্ত থাকে। ঘৰতটো নাথাকেই। যিখিনি সময় থাকে তাকো তাৰ হাঁহি মুখখন দেখিবলৈ নাপাওঁ। সিতো তোমাক সৰহভাগ কথাই কয়। তোমাক কিবা কৈছে নেকি ?"

লাজত গাল মুখ ৰঙা পৰি গ'ল পৃথিৱীৰ। নিজক চম্ভালিলৈ তাই সহজ সুৰত কলে—

"অ'—নাই মা—ডিব্ৰুগড়ৰ ঘটনাটোৰ পৰাই এনে হৈছে। সমীৰণটোৰ লগত তাৰ বৰ মিল আছিল। সেয়ে অলপ চিন্তা কৰি থাকে। তাৰোপৰি মাৰ্ঘেৰিটাতে জানো কমবোৰ ঘটনা ঘটিল ? তাৰ মূৰৰ ওপৰত গধুৰ বোজা পৰিছে—আৰু এটা কথা মা—বিজু, অশান্তহঁতৰ ওপৰত পুলিচৰ আৰু এচাম লোকৰ বৰ চকু পৰিছে।"

"জানো—" শান্তি নোহোৱা হ'ল। তাতে কালিলৈ সিহঁত গুৱাহাটীলৈ যাবলৈ ওলাইছে—মোৰ হলে বুকুখন কঁপিছে মাজনী। এনেকৈ মনটো মাৰি নাথাকিবলৈ তুমি তাক বুজাবা চোন মাজনী।"

একো নকৈ পৃথিৱীয়ে তললৈ মূৰকৰি গুচি আহিল। তাইৰো বুকুখন কঁপিছিল। কিছু পৰিমানে মাজত আৰু কিছু পৰিমানেৰ নাম নজনা আশঙ্কাত।

অশান্তৰ কমৰ দুৱাৰ খন এনেয়ে জপাই থোৱা আছিল। পূৰবীয়ে মেলি দিলে। শব্দ নকৰাকৈ সিহঁত ভিতৰ সোমাল। এসোপা কাগজ পত্ৰৰ মাজতে টেবুলত মূৰটো থৈ অশান্ত শুই পৰিছে। সোঁহাতৰ আঙুলিৰ মাজত কলমদাল তেতিয়াও পৰোনপৰোকৈ ৰৈ আছে।



অশান্তৰ মুখত গভীৰ শ্ৰান্তিৰ চিন। গধূলি বৰগোলাইৰ পৰা আহিয়েই কিবা কিবি লিখিবলৈ লৈছিল সি—নোৱাৰিলে টেবুলতে টোপনি গ'ল।

ইটোৱে সিটোৰ মুখলৈ চালে সিহঁতে। জগাবৰ এটাৰো মন যোৱা নাই। সামান্য সময়ৰ পিচত সমুদ্ৰ আগবাঢ়ি গৈ কলমদাল হাতত ললে। তাৰ পাচত মুৰটোত ধৰি লাহেকৈ জোকাৰি দিলে—

অশান্ত—এই অশান্ত—" সাৰ পাই গল সি। গভীৰ টোপনিৰ চকুহুটা সপোনময় দৃষ্টি মেলি শান্তভাবে চালে—

"তোমালোক ?" দুৱাৰ মুখত থিয়হৈ চাই থকা পৃথিৱীৰ বুকুখন গভীৰ মমতাত টন্ টনাই গ'ল।

"বহাঁ বিজু, মৰিয়ম, ৰাজু, সমুদ্ৰ বহ। পৃথিৱী আঁহা।" অশান্ত চকীৰ পৰা উঠি আহি বিচনাত বহিল।

"হঠাৎ আহিলা যে ?"

"অ'—এনেয়ে আহিলো অশান্তদাদা। গোটইবোৰ লাইব্ৰেৰাত লগ লা গিছিলো। ভাবিলো কালিতো আপোনালোক গুৱাহাটীলৈ যাব—এবাৰ গৈ আঁহো। বেয়া হ'ল ?

"কথাযে কোৱা আৰু। যাচোন পূৰবী মাইনুনৰোক মাতিদে।

"অশান্ত—অথনি তোক কবলৈ পাহৰি গলো। বাসৰে চিঠি এখন দিছে ভনীয়েকলৈ। তোৰ হাতত দিব কৈছে।"

"থৈদেচোন। তইতো যাবিয়েই।"

"মই ?"

"অঁ"— ওলাবি। মই বৰপেটালৈ যামগৈ—তই শিৱসাগৰৰ ফালে সোমাই আহিবি। কাম অলপ আছে। অসুবিধা হব ?"

"নাই—বিশেষ অসুবিধা নহয়। বিজুতো আছেই।" বিজু গাঁৱৰ ঘৰত বৰবেছি নাথাকে। বেছিভাগ সমুদ্ৰৰ ঘৰতে কটায়। সমুদ্ৰ তাৰ ককায়েক—আপোন। মৰমত কৈও মৰমৰ।

এনেতে অশান্তৰ নৱৌৱেক ওলাই আহিল—

"গৰম, গৰম ফুলৰী ভাজিছো—খাবা নহয় ?"

"বা নবৌ —আপোনাৰ তালৈ আহিলে এইটোৱেই ভাল।— খোৱা

বস্তুৰ নাম উচ্চাৰণ কৰাৰ আগতে আমাৰ নাম আপুনি কেতিয়াও নলয়।" সমুদ্ৰই হাঁহি হাঁহি কলে—

"থোঁৱা আৰু—কিটোনো খুৱাঁও।" পুৰবী যোৱাচোন—লৈ আনা।

"মইও যাঁও নবৌ" মৰিয়ম পূৰবীৰ পিচে পিচে সোমাই গ'ল। অশান্ত হঁতৰ মাকো আহি বহিল—সামান্য সময়ৰ পিচত দেউতাকো ক'ৰবাৰ পৰা আহি বহিলহি। এটা আনন্দময় পৰিবেশৰ মাজত আটাই কেইটাই চাহ খালে। বহুত সময় হাঁহি ধেমালি কৰি, খোৱা বোৱা কৰি যাবলৈ উঠিল।

"যাঁওদেই অশান্তদাদা। কালি যাবগৈ আৰু। মই ৰাতিপূৱাই ডিগবৈলৈ যাব়গৈ। মৰিয়মে কলে।"

"ডিগবৈলৈ কেলে ?" নবৌকে সুধিলে—

"নাই এনেয়ে" মৰিয়মে সামান্য তলমূৰ কৰিলে।

"অ'—আপোনালোকে নাজানে নহয় ? "কৈদিওঁ মৰিয়মবা ?"

"বেয়া হবদেই পূৰবী।" মৰিয়মে ডবিয়ালে—

"ই—স্ কিটোনো কৰিবা ?' জানা নবৌ—মৰিয়মৰ বিয়া থিক্ কৰিছে।"

"সঁচা ? বিজু জাপ মাৰি উঠিল। মৰিয়মক ডাঙিলৈ ঘূৰিবলৈ ধৰিলে— 'থ্ৰি-চিয়ৰ্চ ফৰ—মৰিয়মবা—হিপ্ হিপ্ হুৰ্ ৰে...

"সেয়াই কিজানি সিহঁতৰ শেষ আনন্দ।

তাৰ পাচত আৰু হাঁহিবলৈ পালেই বা ক'ত? লগলাগিলেই বা কিমান দিন? তাৰ কেইদিন মান পাচতেই শিশু প্ৰতিবাদ দিবসত চি আৰ পি ৰ লাঠিৰ কোব খালে পৃথিৱী, মৰিয়ম আৰু পূৰবীয়ে। প্ৰত্যুষ হঁতৰ আৰু বহুত যুৱকৰ, ছাত্ৰ-ছাত্ৰীৰ আহত শৰীৰ চেণ্ট্ৰল হস্পিতালত ভৰি পৰিল। সমুদ্ৰ হঁত তেতিয়াও গুৱাহাটিৰ পৰা উভতি অহা নাই। মৰিয়মে বুকুত বেয়াকৈ দুখ পালে। সেয়াযে অশ্ৰু মুখৰ ইতিহাস বিসৰ্জনৰ কাহিনী। বেগম মৰিয়মৰ বুকুৰ বিষৰ মাজত তাৰ স্থান।

০ ০ ০

॥ ন ॥

বাহিৰত নিঃচ্ছিদ্ৰ আন্ধাৰ। জনবসতিহীন উকা বিস্তৃত পথাৰৰ মাজেদি ট্ৰেইনখন হু হু কৈ গৈ আছে। কম্পাৰ্টমেণ্টটোৰ আটাইবোৰ যাত্ৰী টোপনিত। ট্ৰেইনৰ কঠিন চকাৰ ঘৰ্ষণৰ কৰ্কশ শব্দই সমুদ্ৰৰ মনত এটা নামনজনা উদাসীনতাৰ সৃষ্টি কৰিছে। তাৰ অকনো টোপনি অহা নাই। ওচৰৰ বাঙ্কটোত অশান্তই বুকুত কিতাপ এখন লৈ শুই আছে। তলৰ বাৰ্থত প্ৰদীপ আৰু নীলাঞ্জন। সিটো ফালে প্ৰত্যুষ আৰু অনিল। সিহঁতৰ চাগে টোপনি গৈছে। টোপনি অহা নাই মাথো তাৰ—সমুদ্ৰৰ। মনটো খেলি মেলি হৈ আছে। ৰাতিপূৱাৰে পৰা তাৰ বঙা পৰা চকুদুটাত এটা অস্পষ্ট আবেগৰ কঁপনি। এক নামহীন বিষণ্ণতাই তাৰ মনটো আৱৰি আছে। নামহীন ? নামহীন বোধকৰো নহয়। সমুদ্ৰৰ সমষ্ট নিদ্ৰাহীনতা, যন্ত্ৰনাই ঢাকিথোৱা পৃথিৱীৰ সমষ্ট সুন্দৰতালৈ গোপন বিতৃষ্ণাৰ, বিষণ্ণতাৰ এটা নাম—পৃথিৱী।

সমুদ্ৰই মূৰটো কাতি কৰি অশান্তলৈ চালে। পৰনিৰ্ভৰতাৰে সি শুই আছে। তাৰ শান্ত কোমল মুখখনত—খিৰিকিৰে সোমাই অহা ৰূপালী জোনাক খিনিয়ে—কঁপি কঁপি এটা স্বপ্নময় দৃশ্যৰ অৱতাৰনা কৰিছে। সমুদ্ৰই অলপ ভালদৰে চালে—কপালৰ ওপৰত চুলিখিনি বিশৃংখলহৈ পৰি আছে। ইমান সুন্দৰ—ইমান কোমল অশান্তটোৰ মুখখন। কিমান পৱিত্ৰ আৰু নিষ্কলুষ—। বেদনা আৰু মৰমৰ যুগপৎভাৰত তাৰ বুকুখন কোনো কোনোবাখিনিত বিষাই গ'ল। বাঙ্কৰ পৰা সমুদ্ৰ নামি আহিল। এক মুহূৰ্ত্ত বৈ তলৰ বাৰ্থৰ—প্ৰদীপৰ মুখলৈ চালে। প্ৰদীপৰ গাৰ পাতল চাদৰ খন—পৰি গৈছিল, তুলি দিলে। অলপ সময় কিবা ভাবিলে। তাৰ ওঁঠ দুটা অলপ যেন কঁপি উঠিল। লাহে লাহে সি অশান্তৰ মূৰশিতানলৈ আহিল। বাঙ্কৰ বাহিৰলৈ ওলমি থকা অশান্তৰ হাতখন সি লাহেকৈ তুলিদিলে। আৰু

তাৰ কঠিন ৰুক্ষ হাতখন যথা সম্ভৱ কোমল কৰি অশান্তৰ চুলিকোচাত লাহে লাহে হাত ফুৰাই দিলে সমুদ্ৰই। হঠাতে শিলৰ দৰে টান সমুদ্ৰৰ ৰঙা ৰঙা নিষ্ঠুৰ চকু কেইটা চকু পানীৰে ভৰি পৰিল। সমুদ্ৰই বাওঁ হাঁতখন চকুৰ ওচৰলৈ আনিলে। কোনোবাই দেখাৰ আগতে সি চকুপানী খিনি মচি পেলালে। সমুদ্ৰ ফুকনৰ কোমলতা খিনি—, বুকুৰ মাজত লুকাই থোৱা ব্যথা খিনি সমুদ্ৰই কাকো নেদেখুৱলে। যদিও এই মুহূৰ্ত্তত সমুদ্ৰই তাৰ চকুপানী খিনি কাৰোবাৰ আগত উদঙাই দিয়াটো খুব প্ৰয়োজন। কিন্তু সমুদ্ৰই যে নোৱাৰে। মানুহৰ সন্মুখত সমুদ্ৰই কেনেকৈ ক'ব—সমুদ্ৰ শিল নহয়। সমুদ্ৰ মানুহ। সমুদ্ৰ শুকান নহয় সমুদ্ৰৰ চকুত, বুকুত বহুত অশ্ৰুৰ লুনীয়া সমষ্টি আছে। কেনেকৈ ক'ব সমুদ্ৰ নামৰ হৃদয়হীন গুণ্ডাটো সীমাহীন ব্যথাৰ অনলত জ্বলিছে? নাই—সমুদ্ৰই তাৰ গোপন অশ্ৰুৰ কথা—কষ্টৰ কথা নকয়। সি কাকো নকয় বাসৰ, যোচেফ, অশান্ত কাকো নকয়, কাকো—। চকুপানী খিনি সি মচি পেলালে। লাগিলে পিচত সমষ্ট পৃথিৱীৰ পৰা লুকুৱাই সি কান্দিব—।

সমুদ্ৰই নোৱাৰিলে—তাৰ ৰঙা পৰা শুষ্ক চকুৰ পাহিতিয়াই নামি অহা অৱাধ্য অশ্ৰুৰ টোপাল সি মচিব নোৱাৰিলে। টপ্ টপ্ কৈ তপত অশ্ৰুৰ টোপাল অশান্তৰ শুভ্ৰ কপালত পৰিল। উচপ্ খাই সাৰ পালে অশান্তই। জোনাক পোহৰত—চুলিৰ মাজত আঙুলি বোলাই অলৰ অচৰহৈ বৈ থকা—সমুদ্ৰৰ ক'লা ৰূপ হীন মুখখনলৈ চালে। সমুদ্ৰইও তালৈকে চাই আছিল। তাৰ চকুত অশ্ৰুৰ ঢল। হঠাৎ সি মুখখন উভতাই ললে।

অবাক বিস্ময়ত অশান্তৰ দুচকু বহল হৈ গ'ল। চিৰ নিষ্ঠুৰ সমুদ্ৰৰ তাৰ বন্ধু সমুদ্ৰৰ চকুপানীয়ে তাৰ বুকুখন মোহাৰি সামৰি পেলালে—সমুদ্ৰই কান্দিছে? কি ইমান দুখ? কিহৰ ইমান যন্ত্ৰনা? যি নীৰস সমুদ্ৰৰ বুকুৰ শিলৰ প্ৰাচীৰ ভেদি সঁচা সমুদ্ৰ বোৱাব পাৰিলে?



অশান্ত উঠি বহিল। তেতিয়াও মুখঘূৰাই একেথৰে বৈ থকা সমুদ্ৰৰ কান্ধত হাত এখন থৈ ব্যথাতুৰ কণ্ঠেৰে লাহে লাহে সুধিলে—সমুদ্ৰ—তই কান্দিছ?"

সমুদ্ৰৰ যেন চেতনা আহিল। লৰালৰিকৈ অশান্তৰ হাতখন কান্ধৰ পৰা নমাই থৈ সি তলমূৰকৈ ওলাই আহিল।

"নাই—নাই—তই শুই থাক অশান্ত।" তাৰ কণ্ঠত শব্দহীন উচুপনি।

দুৱাৰৰ ওচৰলৈ আহি বন্ধ দুৱাৰত ভেজাদি চকু মুদি সমুদ্ৰ বৈ থাকিল। তাৰ চকুৰ অশ্ৰুৰ ধল বাধাহীন ভাবে নামি আহি—তাৰ গালমুখ বুকু সকলো বিয়পাই পেলাইছে।

সমুদ্ৰ—অশান্তই গভীৰ সমতাৰে সমুদ্ৰৰ কান্ধত হাত এখন থলে। সমুদ্ৰই উলটি নাচালে। কেনেকৈ চাব সি? তাৰ চকুত যে প্ৰাপ্তি হীনতাৰ ক্ষোভ—। তাৰ বুকুত যে বঞ্চনাৰ কঁপনি—তাৰ—তাৰ বুকুত যে কাঢ়ি অনাৰ ইচ্ছা—। কেনেকৈ চাব সি? কেনেকৈ?

"সমুদ্ৰ—" অশান্তই তাক দুহাতেৰে ধৰি তাৰ ফালে ঘূৰাই আনিলে। সমুদ্ৰৰ চকুত বোৱা চকুপানী খিনি তেতিয়া নাই। সমুদ্ৰই মচি পেলাইছে। ৰঙা চকু কেইটা তেতিয়াও সেমেকি আছে।

"মোক নকৱ'— ?"

"মোৰ একো হোৱা নাই—তই যা অশান্ত।"

আহত দৃষ্টিৰে অশান্তই সমুদ্ৰলৈ চাই কলে—

"মোক নকৱ সমুদ্ৰ— ? মই তোৰ বন্ধু।" সমুদ্ৰই একো নামাতিলে।

"সমুদ্ৰ—।"

"তই যা—।"

"তোৰ কি হৈছে?"

"মোৰ একো হোৱা নাই—তই যা।"

"মই যাম—কিন্তু তোৰ কি হৈছে মোক কব লাগিব।

"মোৰ একো হোৱা নাই। কি হব মোৰ ?"

"সমুদ্ৰ—"অশান্তই অধৈৰ্য্যহৈ সমুদ্ৰৰ কান্ধত ধৰি জোকাৰি দিলে—

"ফাকি দিবলৈ কি আছে ?"

সমুদ্ৰ আজি নিষ্ঠুৰ হৈছে। অশান্তৰ সন্মুখত সি নিজকে উদঙাব নোৱাৰে – অসম্ভৱ।

ফাকি দিয়া নাই নহয় ? তোৰ চকুত চকুপানী কিয় ? ক' সমুদ্ৰ কিয় কান্দিছিল ?"

সমুদ্ৰই একো উত্তৰ নিদিলে—কি উত্তৰ দিব সি ?"

"সমুদ্ৰ—হঠাতে স্থিৰ হৈ গ'ল। শান্ত স্বৰেৰ ক'লে—"পৃথিৱীয়ে কৈছিল—"

সমুদ্ৰৰ সমগ্ৰ অন্তৰাত্মা জিকাৰ খাই উঠিল। আকৌ পৃথিৱী—পৃথিৱী—পৃথিৱী।

"পৃথিৱীয়ে মোক কৈছিল—"তুমি সমুদ্ৰক চাবা অশান্ত—সি যাতে ক'তো দুখ নাপায়—আঘাট নাপায়—লক্ষ্য ৰাখিবা। সি মোৰ শ্ৰেষ্ঠ বন্ধু অশান্ত।"—সমুদ্ৰ তই কন্দা বুলি গম পালে—পৃথিৱীৰ ওচৰত মই জৱাব দিহি কৰিব লাগিব। পৃথিৱী তোৰ খুব ভাল বন্ধু সমুদ্ৰ—তাই নথকা হ'লে তোক কিজানি মই ইমান ওচৰৰ পৰা নেপালো হেতেন।

সমুদ্ৰই এক আশ্চৰ্য্য ব্যৰ্থতাৰ দৃষ্টিৰে অশান্তলৈ চালে। তাৰ অসুন্দৰ মুখখন ৰঙা পৰি গৈছিল। তেতিয়া—উত্তপ্ত হৈ উঠিছিল। এন্ধাৰত অশান্তই মন কৰিলে—

"অশান্ত—"

এৰা সমুদ্ৰ মই তোৰ বন্ধু—মোক ক – তই কান্দিলে, তোৰ চকুপানী ওলোৱা বুলি গ'মপালে পৃথিৱীয়ে খুব দুখ পাব।"

সমুদ্ৰই এক গভীৰ প্ৰশান্তিৰ দৃষ্টিৰে অশান্তলৈ চালে। আশ্চৰ্য্য—সাত ৰজাৰ মানিক পাইও অশান্ত ইমান সহজ নিৰ্লিপ্ত—। আৰু সি ?

"অশান্ত—মই তোৰ বন্ধু নহয় ?"

"ত'ই জান ভালদৰে।"



আৰু পৃথিৱী ? পৃথিৱী মোৰ কি ?

"পৃথিৱীয়ে তোকো ভাল পায় সমুদ্ৰ—, খুব ভাল পায়— !"

"ভালপায় ? হাঃ হাঃ হাঃ হাঃ...সমুদ্ৰৰ অট্টহাঁহিত ৰজন্ জনাই গ'ল চৌদিশ—।

"স—মু—দ্ৰ—" অৱাক হৈ গ'ল অশান্ত। কি হ'ল আজি সমুদ্ৰটোৰ ?

হঠাতে হাঁহি বন্ধ কৰি অশান্তক সাৱতি ধৰিলে সমুদ্ৰই। ইমান উদাৰ অশান্তটো। ইমান নিস্কলুষ। আৰু সি ? এটা গুণ্ডা, বদমাচ—এটা মূৰ্ত্তিমান অপৱিত্ৰতা।

"আহ অশান্ত—। মই ধেমালীহে কৰিছিলো। আহ শুই থাকোঁগৈ। মোৰ খুব টোপনি ধৰিছে—।

অশান্তই বুজিলে—সমুদ্ৰই তাক এৰাই যাব বিছাৰিছে।

"সমুদ্ৰ—তই মোক নকলি—।

"নাই অ'—এনেয়ে মনটো ভাল লগা নাছিল।—আহ—।" অশান্তই—সমুদ্ৰৰ হাতখন টানি ধৰিলে—

"সমুদ্ৰ—।"

সমুদ্ৰ —হঠাতে ঘূৰিল—আৰু অশান্তৰ মুখখন—গ্ৰীক ভাস্কৰ্য্যৰ দৰে অপৰূপ মুখখন—দুহাতেৰে ধৰি নিজৰ অসুন্দৰ—নিষ্ঠুৰ মুখখনৰ ওচৰলৈ টানি আনিলে আৰু বহুত দূৰণীৰ পৰা কোনোবা স্থিতপ্ৰজ্ঞ ঋষিয়ে কোৱাৰ দৰে গভীৰ কণ্ঠেৰে কলে—

"তই বৰ ভাগ্যবান অশান্ত—আৰু তোক মোৰ বন্ধু কৰি দিয়া বাবে পৃথিৱীৰ ওচৰত মই কৃতজ্ঞ। আহ—।"

অশান্তই একো নামাতিলে। সমুদ্ৰৰ হাত এখনৰ বলিষ্ঠ বন্ধনৰ মাজত নিজৰ শৰীৰটো তৰিদি দুয়োটাই আকৌ অভিন্ন বন্ধুহৈ উলটি আহিল। সমুদ্ৰই তাক একো নকলে—নকওক—তাৰ বাবে আৰু কোনো খেদ নাই।

দুয়োটা কম্পাৰ্টমেণ্টলৈ উলটি আহিল। প্ৰত্যুষ আৰু অনলেও

সাৰ পাইছিল। অশান্ত আৰু সমুদ্ৰ উলটি অহাদেখি সপ্রশ্ন দৃষ্টিৰে প্ৰত্যুষে—ললে—।

"কেলেই হাঁহিছিল ইমানকৈ সমুদ্ৰদা ?"

"নাই এনেয়ে—কিবা এটা কথাত। কেইটা বাজিল অ' প্ৰত্যুষ ? গম্ভীৰ সমুদ্ৰটোৰ আশ্বৰ্য্য প্ৰগলভা দেখি আচৰিত হ'ল প্ৰত্যুষ—কিন্তু কোনো মন্তব্য নিদিলে। সমুদ দাদাক ভয় আৰু সম্ভ্ৰম দুয়োটাই কৰে সিহঁতে। ঘড়িটো চাই সাধাৰণ ভাবে কলে সি—

"দুটা বাজিল।"

"শুই থাক—শুই থাক—গুৱাহাটী পালে জিৰাবৰ সময় নাপাবি।" ওপৰৰ বাৰ্থৰ পৰা সমুদ্ৰৰ হাঁহিমুখ খনলৈ অশান্তই একে থৰে চাই আছিল। হাঁহিৰ আঁৰত—অশ্ৰু গোপনৰ প্ৰচেষ্টা দেখি তাৰ বুকুখন টন টনাই গৈছিল। সামান্য সময়ৰ পাচত চাদৰ খন গালৈকে টানি লৈ অশান্ত ওপৰ মুৱাকৈ শুই পৰিল। সমুদ্ৰৰ কথাকে ভাবিলে সি—তাৰ চিন্তাৰ আৱৰ্ত্তত পাক ঘূৰণি খালে এটা বাক্যই—সমুদ্ৰৰ কথাই—

"পৃথিৱী মোৰ কি ?......"

"পৃথিৱী মোৰ কি ?...."

"পৃথিৱী মোৰ কি ?..."

"এই প্ৰত্যুষ—চিগাৰেট এটা দে-না—। খাৱেই তো। লাজ কৰিব নালাগে।"

"চিগাৰেট খাব আপুনি ? সমুদ্ৰ দাদা—আপুনিতো চিগাৰেট নাখায়।" লাজ পালেও স্বাভাবিক সুৰত আশ্চৰ্য্য প্ৰকাশ কৰিলে প্ৰত্যুষে—।

"দেচোন। এনেয়ে খাবৰ মন গৈছে।" একো উত্তৰ নিদি—"পেণ্টৰ জেপৰ পৰা—চিগাৰেটৰ পেকেট আৰু জুইশলাটো উলিয়াই আগবঢ়াই দিলে প্ৰত্যুষে—।

সমুদ্ৰই বাঙ্কত উঠি পাতল চাদৰ খন টানি ললে। চিগাৰেট এটা জ্বালাই চকু মুদি পৰি থাকিল। তাৰ মনটো আতৰি গ'ল—



সমুদ্ৰ—গুণ্ডা সমুদ্ৰ ফুকনক পৃথিৱী চলিহা নামৰ এজনী ছোৱালীয়ে মানুহ কৰি তুলিছিল। যুক্তিৰ লগত সহানুভূতি, সমালোচনাৰ লগত মৰম মিহলি কৰি এজনী সাধাৰণ শিক্ষিতা ছোৱালীয়ে সমুদ্ৰ ফুকন নামৰ অমানুহটোক ভাঙিচিঙি তিল্‌তিলকৈ গঢ়ি তুলিছিল। নতুনকৈ—সুন্দৰকৈ। নতুন সমুদ্ৰ ফুকনৰ সাহ আছিল—ঔদ্ধত্য নাছিল। নিষ্ঠুৰতা আছিল অশ্লীলতা বিলুপ্ত হৈছিল। টকাৰে মনুষ্যত্বৰ জেথ-মাথ-কৰা সমুদ্ৰই যোচেফ, অশান্ত, বাসৰৰ লগত বন্ধুত্বৰ এনাজৰীৰে বান্ধ খাবলৈ শিকিছিল। বিজুক বকুত আকোৱালি লব পাৰিছিল। সমুদ্ৰ ফুকনক, গুণ্ডা সমুদ্ৰ ফুকনক পৃথিৱী চলিহাই বুজাই দিছিল—টকাতকৈ দেশ ডাঙৰ—গুণ্ডামীতকৈ মনুষ্যত্ব মহান। সলনি হৈ গৈছিল—সমুদ্ৰ ফুকন। ক'লাবজাৰৰ নিষ্ঠুৰ সম্ৰাট সমুদ্ৰই চেৰাংচিকাৰীৰ হাতত মৃত্যু হোৱা গড়ৰ শুকান চামৰা সীমান্ত পাৰ কৰি দিবলৈ গৈ পৰিজন হেৰুৱাৰ বেদনাত জিকাৰ খাই উঠিছিল। এডাল গছৰ নামত একাধিক কোমল গছ বগৰাই টকাৰ সৌধ গঢ়া অনা অসমীয়া ব্যৱসায়ীৰ সৌধৰ ইটা কাঢ়িবলৈ গৈ বুকু জ্বলি গৈছিল তাৰ। সকলো এৰি পেলাইছিল সমুদ্ৰই। আৰু যোগদিছিল দেশ আৰু জাতিৰ অস্তিত্ব ৰক্ষাৰ প্ৰতিজ্ঞা লৈ গঢ়ি উঠা—অশান্ত, যোচেফ, পৃথিৱী, বাসৰ হতৰ 'মাতৃসংঘত'।

এক প্ৰতিজ্ঞাৰ সূত্ৰত বান্ধ খাই—অশান্ত, যোচেফ, বাসৰ, পৃথিৱী, মৰিয়ম—কামাল প্ৰত্যুষ, প্ৰদীপ, অনল, নীলাঞ্জন ইঁতৰ লগত সমুদ্ৰ নামৰ আতঙ্কটো একাত্ম হৈ মিলি গৈছিল।

এই সমুদ্ৰ—আজন্ম আঘাট অপমান লাঞ্ছনা গঞ্জনা খাই খাই শিলৰ দৰে ৰুক্ষ কঠিন হৈ যোৱা নিষ্ঠুৰ সমুদ্ৰই তাৰ গোটমৰা কলিজাৰ ৰুদ্ধ দ্বাৰ খুলি মানুহ সমুদ্ৰক, কোমল সমুদ্ৰক প্ৰকাশৰ পোহৰ দেখুওৱা এজনী সহজ অসাধাৰণ ছোৱালীৰ ব্যতিক্ৰম ব্যক্তিত্বত মুগ্ধ হৈ হৃদয়ৰ কোনোবা এডাল তন্ত্ৰী দুৰ্ব্বল হৈ যায়—তাৰ বাবে দায়ী কোন ?

সমুদ্ৰৰো সেয়ে হৈছিল। পৃথিৱীৰ ব্যক্তিত্ব, সমুদ্ৰৰ প্ৰতি আশ্বৰ্য্য

সহানুভূতি—সমুদ্ৰই সীমাহীন কৃতজ্ঞতাক বুকুত জাপি ৰাখিব নোৱাৰা হৈছিল।

আচৰিত হৈছিল সি। বাৰে বাৰে আঁৰ্চিৰ আগত থিয়হৈ মুখখন চাইছিল। এবাৰ চালে দ্বিতীয়বাৰ চাবলৈ মন নোযোৱা নিষ্ঠুৰ, অসুন্দৰ মুখখন। নিমগ্ন মুখৰ ৰঙা চকুদুটাৰ শীতল দৃষ্টি প্ৰত্যেকৰ চকুলৈ গভীৰ প্ৰত্যাশাৰ দৃষ্টিৰে চাই এদিন আহত হৈ উলটি আহিছিল। আশ্চৰ্য্য,—সেইখন মুখৰ প্ৰতি পৃথিৱীৰ ব্যাখ্যা আছিল ব্যতিক্ৰম—

"তুমিতো অসুন্দৰ নোহোৱা সমুদ্ৰ। কোনে কয় তোমাক অসুন্দৰ বুলি? সেই দৃষ্টিহীনৰ দলক তুমি ভ্ৰূক্ষেপ নকৰিবা। তোমাৰ শুভ্ৰ মুকলি মনৰ সুন্দৰতাৰে আৰু পৌৰুষৰ উজ্জ্বল্যৰে তুমি সুন্দৰ সমুদ্ৰ। তোমাক যি সমালোচনা কৰে সিহঁতৰে সেই আত্মিক সুন্দৰতা নাই।"

আচৰিত—পৰিৱৰ্ত্তনৰ আগতে শৰীৰক লৈ গৰ্ববোধিত সমুদ্ৰৰ মানসিকতাক ভাঙি টুকুৰা টুকুৰ কৰি পেলাইছিল পৃথিৱীয়ে—

"তুমি নিজৰ শক্তি লৈ গৰ্ব কৰা নহয়? শক্তি আৰু নিষ্ঠুৰতাৰে পৃথিৱীক তুমি ভৰিৰ তলত ৰাখিব পাৰিবা বুলি ভাবা নহয়? নোৱাৰিবা সমুদ্ৰ—চিৰদিন শক্তিক মুখ্য কৰি নিষ্ঠুৰতাক অস্ত্ৰ কৰি পৃথিৱীত তুমি একো কৰিথৈ যাব নোৱাৰা। আজি হয়তো পাৰিবা—কালিলৈ হয়তো পাৰিবা। কিন্তু পৰহিলৈ যেতিয়া তোমাৰ শৰীৰটো দুৰ্ব্বল হৈ যাব—যৌৱনৰ শক্তি শেষ হৈ যাব—সেইদিনা কি কৰিবা সমুদ্ৰ? মোক আৰু বহুতক তুমি বহুবাৰ যুক্তিহীন ব্যৱহাৰ কৰিছা। এক বিশেষ শ্ৰেণীত সকলোকে পেলাইলৈ নিষ্ঠুৰ ভাবে পদদলিত কৰিছা মান সম্ভ্ৰম—। তুমি ভাবিছা এইখন পৃথিৱীৰ তুমি একচ্ছত্ৰী সম্ৰাট। ভুল সমুদ্ৰ! ভুল! তোমাৰ এই দায়িত্ব-জ্ঞানহীন গুণ্ডামিক ধুলিসাৎ কৰি দিবলৈ অন্ততঃ পৃথিৱী চলিহা এতিয়াও জীয়াই আছে।"

খঙ, ক্ষোভ, অন্তৰ্দ্বন্দত ক্ষত বিক্ষত হোৱা সমুদ্ৰটোক সহানুভূতিৰে সেইজনী পৃথিৱীয়ে আকৌ বুজাইছে—মনুষ্যত্বৰ মূল্য কি—সমুদ্ৰৰ ভিতৰত কিমানখিনি মানৱীয় শক্তি আছে। এইদৰে নিজৰ সম্পৰ্কে



মানুহৰ সম্পৰ্কে পৃথিৱীৰ সম্পৰ্কে সমুদ্ৰৰ সমষ্ট ভুল ধাৰণা ভাঙিদি পৃথিৱীয়ে সমুদ্ৰক নতুনকৈ গঢ়িলে। লাহে লাহে—তুলুঙা সমুদ্ৰক গভীৰতালৈ পৰিবৰ্তিত কৰা পৃথিৱী চলিহাৰ প্ৰতি থকা সমুদ্ৰৰ সমষ্ট কৃতজ্ঞতা, ভক্তি, স্নেহ, বন্ধুত্ব গোটখাই খাই সমুদ্ৰ অজ্ঞাতে এদিন পৰিণত হৈছিল এক কালজয়ী অনুভূতিলৈ।

সেই অনুভূতি—যি অনুভূতিয়ে শূন্যৰ বিনিময়ত নিজৰ সমষ্ট প্ৰাপ্তিৰ অধিকাৰ হাঁহি মুখে ত্যাগ কৰিব পাৰে। সেই অনুভূতি যি লৌকিক জগতৰ পৰা জন্মান্তৰৰ এক আত্মিক সম্বন্ধলৈ উন্নিত কৰি কাবোবাক আত্মত্যাগী দধিচীলৈ পৰিৱৰ্তিত কৰিব পাৰে। অমৃতকৈও পৱিত্ৰ, ফুলৰ পাহিত কৈও কোমল, হিমত কৈও শুভ্ৰ সেই অনুভূতি। যাৰ অন্য নাম প্ৰেম।

হয়—সমুদ্ৰই ভালপাই পেলালে। স্বপ্না হাজৰিকাৰ ওচৰত নিষ্ঠুৰভাৱে প্ৰত্যাখ্যাত সমুদ্ৰ ফুকনে পৃথিৱী চলিহাক ভাল পাইছিল। কামনাৰ উদ্ধত সেই ভালপোৱা, প্ৰাপ্তিৰ ইচ্ছাৰ বাহিৰত তাৰ স্থান।

সমুদ্ৰ অসুন্দৰ, সমুদ্ৰই জানে। তথাপি, তথাপি পৃথিৱীৰ কথাই তাৰ মনত পাক ঘূৰনি খায়—

"তুমিতো অসুন্দৰ নহয়……।"

তাৰ স্বপ্নৰ সেই পৃথিৱী—সেইখন পৃথিৱীৰ বাবে সি সকলো ত্যাগ কৰিছে। পৃথিৱীয়ে তাক দেশ প্ৰেমিক কৰিছে দেশক সি ভাল পায়। ভাল পায় তাৰ মাকক—। আৰু তাৰ পিচতেই সি ভালপায় পৃথিৱীক—পৃথিৱীক—

জ্বলি জ্বলি চিগাৰেটটো আঙুলি চুইছিলহি। উচপ খাই দলিয়াই দিলে সমুদ্ৰই—। মূৰটো গধুৰ হৈ গৈছে। এটা জ্বলা স্মৃতিয়ে তাৰ বুকুখন পুৰি নিছে—

বহুত সাহস, প্ৰচেষ্টা আৰু আখৰাৰ অন্তত আজি ৰাতিপুৱা সি পৃথিৱীৰ ওচৰলৈ গৈছিল। যোৱা ৰাতিও লগ পাইছিল পৃথিৱীক। অশান্তৰ তালৈ একে লগে গৈছিল। অথচ সি স্বাভাৱিকতাৰ পৰা

এখোজো লৰিব নোৱাৰিলে। সি আৰু অশান্ত ছাত্ৰসন্থা আৰু সংগ্ৰাম পৰিষদৰ প্ৰতিনিধিৰ লগত গুৱাহাটীলৈ যাব—প্লাইউড অৱৰোধ সম্পৰ্কত আলোচনা চলাবলৈ। সেয়ে ৰাতিপুৱাই সমুদ্ৰ পৃথিৱীৰ তালৈ গৈছিল। পৃথিৱীয়ে তাক উৎসাহেৰে বহিবলৈ দিছিল।

"আঁহা আঁহা সমুদ্ৰ—তুমিয়ে আহিবা ভাবিবই পৰা নাছিলো।"

"কিয় ?"

"তুমি ক'ত আঁহা আগে পিছে ?—পৃথি—এই পৃথি সমুদ্ৰ আহিছে অ'—।" পৃথিৱীয়ে ভায়েকক মাতিছিল। পৃথীৰাজ ওলাই আহি সমুদ্ৰৰ ওচৰত বহিল।

সমুদ্ৰ দাদা—আপুনি গুৱাহাটীলৈ যাব নহয় ? মোলৈ ভাল চাই ক্ৰিকেটৰ বেট এখন আনিব কিন্তু।"

"বাৰু—পৃথি ভাইটি। বিজুটোলৈও এখন আনিব কৈছে।"

"এই পৃথি কেলে দিগ্‌দাৰ দিছ ?"

"ইস্ সমুদ্ৰ দাদা দেখোন আমাৰ স্পোৰ্টিং ক্লাৱৰ পৰিচালক।"

পৃথিৱীৰ মাকো ওলাই আহিছিল। কিছু সময় কথা পাতিছিল। তাৰ পাচত আকৌ সোমাই গ'ল।

আপুনি বহক দেই সমুদ্ৰ দাদা। আমাৰ লগৰ লৰাখিনিক লৈ আমি আজি গাঁৱৰ ফালে যাম। উলুপৰ ফালে কিছুমান মানুহৰ বসন্ত হৈছে—।"

"অ' কথাটো গম পাওঁ। বিজুও যাব নহয়। যোৱা বাৰু।"

পৃথিৰাজ ওলাই গৈছিল। পৃথিৱীহঁতে কিছু সময় সাধাৰণভাৱে কথা পাতিলে।

"মই এতিয়াই ওলাই যাম বুলি ভাবিছিলো। ডিব্ৰুগড়ৰৰ পৰা অভীহঁত আহিল, সেয়ে নগলো।

"তুটাৰ বাচখনতেই যাম বোধহয়। অশান্ত ইয়ালৈকে আহিব।" অন্যমনস্ক হৈ ৰৈ গৈছিল সমুদ্ৰ—। তাৰ মনত অপ্ৰকাশৰ ধুমুহা। অলপ সময় নীৰৱে থাকি সমুদ্ৰই গভীৰ ভাবে মাতিলে—



"পৃথিৱী—।"

"কিবা কবা ?"

"ভাবিছো—।"

"ভাবিছা ?"

"ওঁ—ভাবিছো। তুমি কিজানি মোক খুব বেয়া বুলি ভাবা ?" হাঁহিলে পৃথিৱীয়ে—

"তুমি তেনেকৈ ভাবিছা কিয় ? বেয়া বুলি তোমাক আৰু এতিয়া ভাবিবলৈ সময় নাই। কোৱা কি কবা ?"

"ক'ম ?—বাৰু পৃথিৱী, মই যদি আজি হঠাত মৰি যাওঁ তোমাৰ কেনে লাগিব ?"

হঠাৎ গহীন হৈ গৈছিল পৃথিৱী—

"সেইটো সোধা কথা নহয় সমুদ্ৰ—তুমি মোৰ শ্ৰেষ্ঠ বন্ধু।"

"কিন্তু—"

"কিন্তু কি ? মই তোমাৰ বন্ধু নহয় ?"

"কিন্তু—বন্ধু নহয়—ব-ন্ধু নহয়—মই-, মই কিজানি তোমাক ভালপাঁও পৃথিৱী……।

"ভাল পোৱা ???" আশ্বৰ্য্য আৰু যন্ত্ৰণাৰ দৃষ্টিৰে চালে পৃথিৱীয়ে।

"ওঁ—বোধ কৰো পাঁও।" সেপটুকিলে সমুদ্ৰই।

"স-মু-দ্ৰ—।"

"মই জানো পৃথিৱী—মই বৰ অসুন্দৰ। কিন্তু তুমিতো মোক বেয়া বুলি নাভাবা।"

"সমুদ্ৰ—।" বহু সময় নিস্তব্ধভাবে বহি থাকি পৃথিৱীয়ে গভীৰ মমতাৰে, অনুতপ্তভাবে তললৈ মূৰ কৰি বহি থকা সমুদ্ৰলৈ চালে। তাৰ পাচত লাহে লাহে উঠি আহি সমুদ্ৰৰ ওচৰত থিয় হৈ সমুদ্ৰৰ কান্ধত হাত এখন ধীৰভাবে থৈ কলে। তাইৰ মাতত আৱেগ আৰু যন্ত্ৰণাৰ কঁপনি—

"মই তোমাক কোনো দিনেই বেয়া পোৱা নাই। কিন্তু অশান্তকযে মই কথা দিলো সমুদ্ৰ।"

"আস্—" মূৰটো ভীষণ ভাবে জোকাৰি দিলে সমুদ্ৰই। এটা বিষাক্ত কীটে তাৰ মগজটো যেন এফালৰ পৰা খুলি খুলি খাব ধৰিছে। "নাই নাই" নিজৰ চুলিখিনি দুহাতে খামুচি ধৰিলে সমুদ্ৰই তাৰ অসুন্দৰতাৰে পৃথিৱীৰ মনত সি কেতিয়াও ঘাঁ নলগায়। পৃথিৱীক সি ভাল পায়। সেয়ে হব। পৃথিৱী অশান্তৰ হৈ যাওক। পৃথিৱী সুখী হওক—। সমুদ্ৰই সিহঁতক দূৰৰ পৰাই আশীৰ্ব্বাদ দিব।

সমুদ্ৰ নুশুলে—বাহিৰৰ এন্ধাৰলৈ চাই থাকিল। ট্ৰেইনখন আহি—যেতিয়া গুৱাহাটীত ৰ'লহি তেতিয়া ৰাতিপুৱা সাত বাজিছে। চাংসাৰীতেই সিহঁতে মুখহাত ধুই আহিছিল। নীলাঞ্জন আৰু অনলে বস্তু বাহানি বোৰ ইতিমধ্যেই বান্ধিছিল। সমুদ্ৰই সিহঁতক সহায় কৰিছিল। শেষবাৰলৈ কম্পাৰ্টমেণ্টটোত চকুফুৰাই সিহঁত নামি আহিল।

নীলাঞ্জন চাহ ইয়াতেই খাবানে—বাহিৰলৈ যাবা? প্ৰদীপে সুধিলে।

"ইয়াত কেলেই খাব লাগে—মাহীহঁতৰ তাতেই খামগৈ—" অনলে কলে।

অনলৰ মাহীয়েক গুৱাহাটিত থাকে। সিহঁতে প্ৰথমে তালৈকে যাব বুলি থিক কৰি আহিছে।

"তাৰ আগতে চাহ একাপ খাইললে বেয়া নহব কিজানি।" প্ৰত্যুষে মন্তব্য দিলে।

"হব ব'ল। চাহ একাপ খাই তালৈ যাম। ন'টা মান বজাত হে ইউনিয়ন হললৈ যাব লাগিব।" সমুদ্ৰই কলে। অশান্তই তীক্ষ দৃষ্টিৰে সমুদ্ৰৰ চকুলৈ—চকুৰ অত্যন্তৰলৈ চালে। নাই—, যোৱাৰাতিৰ ঘটনাৰ চিহ্নমাত্ৰও নাই।

আটাই কেইটাই চাহ একাপকৈ খাই উলাই আহিল।

"আজিযে—আলোচনা হব মই কিন্তু আশা দেখা নাই।" অশান্তই সামান্য চিন্তিত সুৰত কলে।



"কিয়?" যুগপৎ প্ৰশ্ন।

"আজিতো, দিশপুৰ বলক কাৰ্য্যসূচী আছে"।

"থাকিল কি হ'ল? আমি আলোচনা কৰিবই লাগিব। বাইশ হাজাৰ শ্ৰমিকৰ এয়া জীৱন মৰণৰ সমস্যা।" নীলাঞ্জনে কলে।

"আজি কি হয় তুমি কব নোৱাৰা। দিশপুৰ মাত্ৰ এখন ঠায়েই নহয়—অসমৰ ৰাজধানীও। চৰকাৰে ইয়াক পাৰ্য্যমানে বাধা দিবৰ চেষ্টা কৰিব।"

"সেইটো অৱশ্যে হয়। আটাইকেইটাই সমস্যাৰ গুৰুত্ব স্বীকাৰ কৰিলে।"

"তথাপি আমি এনেয়ে থাকিলে নহব। প্লাইউড্ সমস্যাৰ গুৰুত্ব সম্বন্ধে সিহঁতক বুজাই দিবই লাগিব। গুৱাহটিত মই ৰৈ থাকিব নোৱাৰো। আলোচনাটো পাৰিলে আজিয়েই শেষকৰি কালিলৈ মই বৰপেটালৈ যাম।"

"বৰপেটালৈ কেলেই অশান্তদা?"

"মাতৃসংঘ"ৰ কাম আছে। আকৌ—বাসৱহঁতৰ গাওঁত হেনো বৰ অত্যাচাৰ চলিছে। বাসৱেতো পাম এৰি আহিবই নোৱাৰে—। সেয়ে ময়েই এবাৰ যাম বুলি তাক কথাদি আহিছো। খুব চিন্তা কৰি আছে সি। বাসৱক চিনি পোৱা নহয় প্ৰদীপ?"

"দিহিঙৰ ফালে পাম খুলিছে—বাসৱ বৈশ্য?"

"—অ'—বৰ দুখীয়া সিহঁতৰ ঘৰখন। বাপেক, ভায়েক আৰু ভনীয়েক থাকে। ভায়েকটো সৰু। বাপেকো বৰ অসুখীয়া।"

"তাৰ মানে ঘৰ খন বাসৱদাই চলায় অশান্তদা?" নীলাঞ্জনে সুধিলে।

"অ'"—। ৰাতি ৰাতি মিলত কাম কৰিছিল—পামখন খুলিছেহে।

"ইচ্ ৰাম—মিলতো বন্ধ?" প্ৰত্যুষে কলে—।

"ভাবিচোৱা—কেনেকৈ চলিছে—বাসৱ হঁতৰ দৰে পৰিয়াল বোৰ? ইয়াৰ পাচতো যদি দমন আৰু দুৰ্নীতিৰ বাবে আন্দোলন সফল নহয়—কেনেকৈ সহ্য কৰিব সাধাৰণ ৰাইজে?"

"বাস্তৱিকতে অশান্তদা—আন্দোলনটোৱে আমাৰ একো ক্ষতি কৰিব পৰা নাই—। যিমান কষ্ট—দুখ নিৰ্যাতন, সকলো সহিব লগা হৈছে এই গাঁৱৰ মানুহ খিনিয়ে। নীলাঞ্জনে কলে।

"আৰু তুমি ভাবা নেকি নীলাঞ্জন—আন্দোলন সফলহৈ অসমীয়া জাতিটো প্ৰতিস্থিত হলে—এই সাধাৰণ ৰাইজৰ দুখ দুৰ্দ্দশাৰ কিবা প্ৰতিকাৰ হব ?"

"অশান্তইঁতে কথা পাতি পাতি—পানবজাৰৰ ফালে আহি থাকিল—

"বোধকৰো নহব অশান্তদা।"

বোধকৰো নহয়—নিশ্চয় নহব। বুকুৰ সন্তান কাঢ়ি আনি শ্বহীদ কৰিলেই নহব।

"আপুনি তেনেকৈ ভাবিছে অশান্তদা ?" অনলে সুধিলে—

"এয়া সঁচা কথা অনল। ঐতিহাসিক সত্য। যি সঁচাকৈয়ে যুঁজে সি একো নাপায়। লাভৰ ঘৰত তাৰ শূন্যহে যোগ হয়। যি সকলে ত্যাগ কৰি নিঃস্ব হৈ যায়—পৰিৱৰ্তনৰ শেষত সিঁহতেই আনৰ পুতৌৰ পাত্ৰ হৈ জীয়াই থাকে"।

তোমালোকে ভাবিচোৱা—ভাৰতবৰ্ষৰ স্বাধীনতা আনিবলৈ সমগ্ৰ ভাৰতৰ নিঃস্ব জনতাই যুজিছিল, জেল খাইছিল। মাৰ খাইছিল, গুলি খাইছিল, ফাঁচী হৈছিল—

অশান্তই বক্তৃতাৰ সুৰত কৈ গ'ল—

"সিইঁতৰ বুকুত সপোন আছিল, এখন শোষণহীন ভাৰত গঢ়াৰ। য'ত শোষণৰ পৰা মুক্তহৈ নিঃস্ব জনতাই মানুহৰ দৰে মুৰতুলি জীয়াই থাকিব পাৰিব। সিইঁতৰ বুকুত আশা আছিল—এদিন সিইঁতৰো এডোখৰকৈ নিজামাটি হব—উকুঙা প'জাৰ সলনি—এটা সাধাৰণ সুন্দৰ ঘৰ হব। য'ত—কঁপালৰ শ্ৰমবিন্দু ঢালিঢালি—ডাঙৰ কৰা শস্য—পথাৰতে আনে কাটি নিয়া দৃশ্য অসহায় হৈ চাই থাকিব নালাগিব। অলপ সপোন, অলপ আশা—তাৰবাবে সেই নিঃস্ব জনতাই প্ৰাণদি



যুজি ছল। দেশ স্বাধীন কৰিবলৈ পেটসঁচা সন্তানকো সিহঁতে হাঁহিমুখে যুজিবলৈ আ গবঢ়াই দিছিল। জাক পাতি পাতি ওলাই আহিছিল তেজাল তেজাল ডেকা গাভৰুৰ জাক। কিন্তু তাৰ বিনিময়ত ভাৰতৰ নিঃস্ব জনতাই কি পালে ? ধনীবোৰ উত্তৰোত্তৰ ধনীহে নগলনে ৰাজনৈতিক পেঞ্চন কেইজন প্ৰকৃত মুক্তিযুজাৰুৱে পাইছে বুলি ভাবিছা ? গাঁৱে ভূঁঞে সোমাই যোৱা—দেখিবা গান্ধীজীৰ ফটোৰ আগত ধুপ-দ্বীপ জ্বলাই—পেন্সনৰ লোভ হেলাৰঙে ত্যাগ কৰি—বহুত স্বাধীনতা যুজাৰুৱে বুকুত, পিঠিত বুট, বেয়নেটৰ বিষ লৈ—দাগ লৈ মৃত্যুৰ ক্ষণ গণিছে।"

"কিন্তু এতিয়াও তেনে হব বুলি আপুনি কিয় ভাবিছে ?" প্ৰত্যুষে কিছু অভিভূক্ত সুৰত সুধিলে—

"কাৰণ মহাত্মা গান্ধীৰ দৰে ত্যাগৰ মানসিকতা আজিৰ নেতৃত্বৰ নাই।"

"কিন্তু আমি সেইটো হবলৈ দিব নোৱাৰো। এনেয়ে—কাৰোবাৰ সিংহাসনৰ বাট সুগম কৰিবলৈ আমি ইমান কষ্ট কৰা নাই। আমিও গাওঁৰ লৰা।" প্ৰদীপে খঙাল সুৰত কলে—প্ৰয়োজন হলে তেনেকুৱা স্বাৰ্থনীহিত ব্যক্তিৰ পৰা নেতৃত্ব আমি কাঢ়ি ল'ম।"

"প্ৰয়োজন হলে তাকো কৰিব লাগিব। কিন্তু সামগ্ৰিক ভাবে নেতৃত্ব সম্পূৰ্ণ নিহীত স্বাৰ্থ নহয়। তাৰ মাজতো সুযোগ্য নিঃস্বাৰ্থ নেতা আছে। প্ৰয়োজন হলে সিহঁতৰ হতুৱায়েই দুৰ্নীতি গ্ৰস্ত—ব্যক্তিক নেতৃত্বৰ আসনৰ পৰা টানি নমাব পাৰিম। জনতাৰ দৰবাৰলৈ টানি আনি ক'ব পাৰিম—কণকণ লৰা-ছোৱালীয়ে মুষ্টি ভিক্ষা কৰি—তেওঁলোকৰ তহবিলৰ পৰিমাণ বঢ়াবলৈ বৰঙনী দিয়া নাই। এম্বেচেডৰৰ পৰা ধুলিত নমাই আনি ক'ম—সিহঁতে উৰুৱাই যোৱা ধুলিত কিমান তেজৰ কনিকা উৰিছে—।"

অশান্ত হঠাৎ বৈ গ'ল। একো নকলে। গোটেই কেইটা নীৰৱে গৈ থাকিল।

"পালোহি সমুদ্ৰ দাদা।" এটা সৰু ধূনীয়া ঘৰলৈ আঙুলিয়ালে অনলে।

আটাই কেইটাই জপনা খুলি সোমাই গ'ল। ইমান কেইটা দুৰন্ত ডেকা লৰাৰ পৃথিৱী কঁপোৱা খোজত অনলৰ মহাক ওলাই আহিল। প্ৰথমে ভীষণ অবাক হ'ল— ; তাৰ পাচত আনন্দ মনৰে ভিতৰলৈ লৈ গ'ল। মানুহজন সামান্য বয়সস্থ।

"আঁহা আঁহা—ভিতৰলৈকে। আটাইকেইটা ড্ৰইং ৰুমত বহিল।

"অ'—হেৰা শুনিছানে? অনল আহিছেহেঁ। আৰু ভাগিন কেইটামানো আহিছে।

"কিনো ইমানকৈ চিঁঞৰি থাকে।

অনল কেতিয়া আহিলা ?

"সাতটা বজাত পালোহি।

"এ—হেৰা দেখিছা তোমালোকে—মইহে এতিয়া চিঁঞৰা হ'লো। নিজেৰেই ভাগিন কেইটা আহিছে খবৰ নাই। জগৰটো লাগিল মোৰ।

অশান্তইতে পাতলকৈ হাঁহিলে। অনলৰ সাদৰী যেন লগা— মাহীয়েক জনীয়ে কিছু লৰা-লৰিকৈ কলে—

"হব আৰু। ৰাতিপুৱাই দন কৰিব নালাগে। তোমালোক— বহাঁ দেই। মই চাহ-তাহ কৰোগৈ। চাহ খাই খাই চিনাকি হ'ম।"

বাৰু মাহীদেউ। অনলে লাহেকৈ কলে।

"দেখিছা মাহীয়েৰৰ মুখখন?—মানুহজনে অভিযোগ কৰিলে—তাৰ পাচত হঠাৎ মনত পৰাৰ দৰে সুধিলে—"এ—দেখিছানে মইও ভাল পাহৰো—তোমালোকৰ চিনাকি লোৱাই নাই। কোৱাঁচোন— ?

"মহাদেউ—এই জন—প্ৰত্যুষ শৰ্মা। মাঘোৰিটা আঞ্চলিক ছাত্ৰসন্থাৰ সম্পাদক।

"প্ৰত্যুষে হাতযোৰকৈ নমস্কাৰ জনালে।

"—সম্পাদক? ছাত্ৰ সন্থাৰ? মানুহজনে—কিবা এক ধৰণৰ তীব্ৰ দৃষ্টিৰে প্ৰত্যুষলৈ চালে।



"তুমি কি ভাবা—মাৰ্ঘেৰিটা অঞ্চলৰ ছাত্ৰ সমাজক তুমি সঠিক নেতৃত্ব দিব পাৰিছা?"

মানুহ জনৰ তীব্ৰ চাৱনি সহ্য কৰিব নোৱাৰিলে প্ৰত্যুষে। তলমূৰকৈ লাহে লাহে কলে—

"মই সঠিক নেতৃত্ব দিয়াৰ পাৰ্য্যমানে চেষ্টা কৰিছো।"

"ভাল কথা—প্লাইউড্ অৱৰোধৰ ক্ষেত্ৰত তোমালোকৰ ভূমিকা কেনেকুৱা?"

"আমি অৱৰোধ কৰিব লগীয়া হোৱা নাই। মাৰ্ঘেৰিটা অঞ্চলত মালিক পক্ষই স্বইচ্ছাই বিৰত আছে।"

"তোমালোকৰ আটাইবোৰ মিলৰ এভাৰেজ ষ্টোৰেজ কেপাচিটি কিমান?"

"খুববেছি পোন্ধৰ দিন।"

"তোমালোকৰ অজ্ঞাতে কেই ট্ৰাক প্লাইউড এৰি দিয়া হ'ল?"

মানুহ জনৰ মাতৰ কঠোৰতাত বিস্মিত হ'ল প্ৰত্যুষ।

"এইটো প্ৰশ্ন বহুতৰ মুখত শুনিছো। কিন্তু মাৰ্ঘেৰিটা আঞ্চলিকৰ অন্তৰ্গত কোনো ফেক্টৰীৰ পৰাই প্লাইউড যাব পৰা নাই। আমাৰ স্বেচ্ছাসেৱক সকলে আলেঙে আলেঙে চকু ৰাখিছে।"

মহাক বোধকৰো সন্তুষ্ট হ'ল।

"বাৰু হব। তোমালোক সৎ হোৱা" তাকেই কামনা কৰো।

আৰু ?

"এওঁ প্ৰদীপ গগৈ। মাৰ্ঘেৰিটা আঞ্চলিক জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদৰ সম্পাদক।

প্ৰদীপে শান্তভাবে নমষ্কাৰ জনালে। তাৰ বুকুখন মানুহ জনৰ প্ৰশ্নৰ মুখামুখী হোৱাৰ চিন্তাত কঁপিছিল। তেঁখেতে প্ৰদীপক একো নুসুধিলে।

"ওঁ—বাৰু। তেখেতে নীলাঞ্জনলৈ চালে—

"এওঁ নীলাঞ্জন মহন্ত। যুৱ ছাত্ৰ পৰিষদৰ সভাপতি।"

"—সভাপতি ? বাৰু—কোৱঁাচোন নীলাঞ্জন—

"কণ্ডক মহাদেউ।"

"বৰ্ত্তমান আন্দোলনটোত তোমালোকৰ ভূমিকা ?"

"আন্দোলনটোক আতিশয্যাৰ পৰা আঁতৰাই যুক্তি আৰু মনন শীলতাৰে পৰিচালনা কৰিবলৈ চেষ্টা কৰি আহিছো আমি।"

"যেনে—?"

"গভীৰ চিন্তাশীল দৃষ্টি ভঙ্গীৰে আন্দোলনৰ পৰ্য্যায় সমূহ পৰিচালনা নকৰিলে বা যুক্তি ধৈৰ্য্য আৰু দূৰ দৰ্শিতাৰ অভাৱ হলে—আন্দোলন বিফল হয়। সেয়ে আমাৰ অগ্ৰগামীতা আৰু যুক্তিৰ বলিষ্ঠতাৰে এই আসোঁৱাহবোৰ দূৰ কৰাৰ প্ৰচেষ্টা চলাইছো।"

"সুন্দৰ—কিন্তু কাৰ্য্যক্ষেত্ৰত তোমালোকে কি কৰিছা জানিব পাৰোনে ?"

"কাৰ্য্য ক্ষেত্ৰত ? আমি আঞ্চলিক ভিত্তিত কিছুমান কাৰ্য্য-ক্ৰম বাচিলৈছো। আন্দোলন চলাই যোৱাৰ ওপৰিও থলুৱা সমস্যাবোৰৰ ওপৰতো আমি দৃষ্টি ৰাখো। আপুনি সংকল্প শিখাৰ বিষয়ে জানে বোধ কৰো ?"

"অ'—জানো। কিন্তু তাত তোমালোকৰ যুক্তিটো ক'ত ?"

"সংকল্প শিখা আৱেগৰ ওপৰত প্ৰতিষ্ঠিত সঁচা কিন্তু তাৰ যুক্তি খিনিও আপুনি নুই কৰিব নোৱাৰে।"

"কেনেকৈ ?"

"সমগ্ৰ অসমৰ সংগ্ৰামী মানসিকতাক এক সংকল্পৰ অগ্নিময় শিখাক বন্দী কৰি আমি অসমৰ গণমানসত স্থাপন কৰিব পাৰিছো"।

"বুজিছো—। তোমালোকৰ নেতৃত্বৰ ওপৰত কেনেকুৱা লক্ষ্য ?

"লক্ষ্য! হাঁহিলে নীলাঞ্জনে। মই আঞ্চলিকৰ হে সম্পাদক। সেয়ে এই বিষয়ে মই কব নোৱাৰিম।

"তোমাৰ যুক্তিবোৰ বেচ সুন্দৰ। ভাল কথা—। কাম কৰি যোৱা।"

"অ'—তুমি ? অশান্তই মূৰতুলি চালে।



"মই অশান্ত বৰুৱা। 'মাতৃ সংঘ'ৰ। অ'—তোমাৰ বিষয়ে শুনিছো। মানসো প্ৰায়েই আহি থাকে নহয়—। মানসক চিনি পোৱা নহয় ?"

"পাওঁ। আমি একেলগে পঢ়িছিলো।"

"মই— ? মই সমুদ্ৰ ফুকন।" শান্তস্বৰেৰে উত্তৰ দিলে সমুদ্ৰই। তাৰ একো ক'বৰ মন যোৱা নাই।

"তুমি কেনেকুৱা ভুমিকা লৈছা ?"

"মোৰ ভূমিকা ?" বিষন্নভাবে হাঁহিলে সমুদ্ৰই। তাৰ মনত আৱেগৰ ধুমুহা। সঁচায়ে—কি তাৰ ভূমিকা ? জাতিটোৰ বাবে কিয়েইবা কৰিব পাৰিছে সি ? কেৱল ব্যক্তিগত সুখ-দুখ লৈয়ে মজি আছে। মূৰতুলি সমুদ্ৰই মানুহজনলৈ চালে আৰু লাহে লাহে কলে—

'মই দেশখনক ভাল পাওঁ। তাৰ বাহিৰে মোৰ বিশেষ ভূমিকা একো নাই।"

মানুহজন কিছু অৱাক হ'ল। কিন্তু একো নকলে। তেওঁৰ চকুৰ দৃষ্টি তেতিয়া সমুদ্ৰৰ মুখৰ অভিব্যক্তিৰ ওপৰত নিৱদ্ধ। অকাৰণতে মনটো সেমেকি গ'ল তেওঁৰ। সেয়ে ভিতৰলৈ চাই চিঁঞৰিলে—

"হেৰা—।"

সেই মুহূৰ্ততে মাহীয়েক ভিতৰৰ পৰ ওলাই আহিছিল।

"আহানা তোমালোক ভিতৰলৈ। তোমালোকে চাগে মোক বেয়াই পাইছা। কথাই পাতিব পৰা নাই। আঁহা—চাহ তাহ খাই কথা পাতিম। অনলৰ লগৰ যেতিয়া, ঘৰৰে লৰা দিয়া চোন। আঁহা—। আপুনিও আহক—সেপটুকি বহি থাকিব নালাগে"।

"হেঃ হেঃ হেঃ মই জানো নহয়—তুমি হৈছা মোৰ লখিমী পত্নী। নাৰায়ণক এৰি খাবাইবা কিয় ? নহয়নে ? হেঃ হেঃ হেঃ।" নিঃসন্তান মানুহ হালৰ এই সহজ ধেমালী দেখি সিহঁতে সাধাৰণ ভাবে হাঁহিলে—আৰু ভিতৰলৈ সোমাই গ'ল। ডাইনিং টেবুলত লুচি-ভাজি আৰু ছবিধমান মিঠাই সজোৱা আছিল। এফালে এখন কাঁহিত ভাত। অনলে সপ্ৰশ্ন দৃষ্টিৰে চালে—

"ভাত ?"

"অ'—ময়েই খাবলৈ লৈছো। আঁহা বহাহি। 'দিচপুৰ বলক'লৈ যোগদিবলৈ যাওঁ।" তোমালোকো তালৈকে আহিছা নেকি ?

"নহয় মাহীদেউ—আমি প্লাইউড আৰু স্থানীয় কিছুমান সমস্যাৰ ওপৰত আলোচনা কৰিবলৈ আহিছো।" অশান্তই কলে।

মাহীয়েকে অশান্তৰ মুখলৈ চালে। কি আশ্চৰ্য্য সুন্দৰ লৰাটো। এটা অবুজ মৰমত বুকুখন মোচৰ খাই গ'ল সন্তানহীনা মানুহ গৰাকীৰ।

"কিযে হব ভাবিবই পৰা নাই।" মাহীয়েকে কলে—

"তাকে ভাবিছো।" অশান্তই গভীৰ মাতেৰে প্ৰত্যুত্তৰ দিলে।

চাহ খাই থাকোতে—মাহীয়েকে আটাই কেউজনৰ পৰিচয় ললে। তাৰ পাচত লৰালৰিকৈ ভাতখাই কামকৰা ছোৱালীজনীক কিবা কিবি নিৰ্দ্দেশ দিলে—।

"তোমালোকৰ লগত কথাই পাতিব নাপালো। তোমালোকে ৰাতিৰ সাজ ভাত ইয়াতেই খাবা। আৰু শুনা—থাকিবলৈ অসুবিধা হলে—ইয়ালৈকে আহিবা। আমি দুজন আৰু কামকৰা ছোৱালী-জনী অকলেহে থাকো"।

"হ'ব বাৰু মাহীদেউ। মই আৰু সমুদ্ৰহত দুজন মান মানসৰ তাত থাকিম। বাকীকেইজন ইয়াতেই থাকিব পাৰিব।" অশান্তই কলে।

"তোমালোক একেলগেই ওলাই যাব পাৰিবা। অৱশ্যে—'আচু'ৰ-অফিচত কাৰোবাক যে পাবা আশা নাই—"। মহীয়েকে কলে।

আটাই কেইটা মাহীয়েকৰ লগত ওলাই আহিল। মহাকো পদুলিলৈকে আহিল।

"শুনক—আপুনি আকৌ নোখোৱাকৈ ওলাই নাযাব। যিহে মানুহ।"

"তুমি যোৱা মই খাম বাৰু। অ'—অশান্ত, নীলাঞ্জন, সমুদ্ৰ—সকলোকে কৈছো—গধূলি আহিবলৈ নাপাহৰিবা"।

"আহিম মহাদেউ।"



সিহঁতে খোজকাঢ়ি—"কটন ইউনিয়ন হ'ল" লৈ আগবাঢ়িল। বাটত তেতিয়া অজস্ৰ জনতাৰ লানি নিচিগ ধাৰ। 'দিশপুৰ বলক'ৰ অনিৰুদ্ধ সমদল।

জনতাৰ চকুত উজ্বলি উঠা সংকল্পৰ স্ফুলিঙ্গ প্ৰত্যক্ষ কৰি কৰি সিহঁত আগ বাঢ়িল। অশান্ত হঁতৰ চকুত আশাৰ জিলিকণি।

মাহীয়েকে বাটতে কাৰোবাক লগ পালে। অনলহঁতৰ পৰা বিদায়লৈ তেওঁ আতৰি গ'ল। আটাই কেইটাই আহি ইউনিয়ন হ'লত প্ৰৱেশ কৰিলেহি।

ইউনিয়ন হলৰ সন্মুখৰ মুকলি ঠাই ডোখৰত তেতিয়া ডেকা লৰাৰ ভীৰ। ইফালে সিফালে চাই সিহঁত আগবাঢ়ি গ'ল।

দুৱাৰ মুখতে অশান্তই লৰা এজনক মাতিলে। লৰাজন ওচৰ চাপি আহিল।

"কিবা ক'ব ?"

"আপুনি কব পাৰিব নেকি ছাত্ৰ সন্থাৰ সভাপতি বা সম্পাদকক ক'ত লগ পাম ?"

লৰাজনে কিবা ভাবিলে আৰু অশান্তৰ চকুলৈ চালে—

"কোন খিনিৰ পৰা আহিছে আপোনালোক ?"

"আমি মাৰ্ঘেৰিটাৰ পৰা আহিছো।"

"বাৰু। আপোনালোক ভিতৰলৈকে আহক চোন।" লৰাটোৰ লগতে সিহঁত ভিতৰলৈ সোমাই গ'ল।

মজলীয়া ধৰণৰ কোঠাটোত সোমাই সিহঁতে ইফালে সিফালে চালে। কেইখনমান চকী এফালে সজাই থোৱা আছে। আন এফালে দীঘলীয়াকৈ তিনিখন টেবুলজোৰা দিয়া আৰু চাৰিও ফালে চকী কেইখনমান পাৰি থোৱা আছে। টেবুলখনৰ একাষত দুটা টেলিফোন।

"ৰুবুলদা এখেত সকলে সভাপতি বা সম্পাদকক দেখা কৰিবলৈ বিচাৰিছে।" কিবা এটা লিখিথকাৰ পৰা লৰাজনে মূৰ তুলি চালে।

ওচৰা ওচৰিকৈ থকা অশান্ত, সমুদ্ৰলৈ চাই পৰস্পৰৰ বিৰোধী মনোভাৱেৰে সুধিলে—

"বহক—, ক'ৰপৰা আহিছে আপোনালোক ?"

"আমি মৰ্ঘেৰিটাৰ পৰা আহিছো।"

"কিবা বিশেষ প্ৰয়োজন ?"

"প্ৰয়োজন নাথাকিলে এনেয়ে আহিছো বুলি আপোনাৰ ধাৰণা নেকি ?"

"নাই সেইটো নহয়। কওকচোন আপোনালোকৰ পৰিচয় ?"

অনলে সকলোকে চিনাকি কৰি দিলে। অহাৰ উদ্দেশ্যও কলে। অলপ সময় কিবা ভাবি লৰাজনে বহী এখন উলিয়াই দিলে।

"আপোনালোকৰ উদ্দেশ্য সম্পৰ্কে ইয়াতেই লিখি থৈ যাওক। গধুলীকৈ এবাৰ আহিব। চেষ্টা কৰি চাম"

সেই সময়ত আন লৰা এটাই ফোনত কাৰোবাক কৈ আছিল— "খুব দেখোন 'মৰিলে স্বৰ্গ তৰিলে দেশ বুলি' জজ্ ফিল্ডত প্ৰতিজ্ঞা লৈছিল এতিয়া ভয় কৰি পিচুৱাই আহিছে কিয় ?"

অশান্তই ভীষণ বিৰক্তি বোধ কৰিলে। অনলক লিখিবলৈ কৈ সি বাহিৰলৈ ওলাই আহিল।

"এতিয়া ক'লৈ যাবি সমুদ্ৰ ?" একমনে কিবা এখন ছবি চাই থকা সমুদ্ৰই উভতি চালে। অলপ হাঁহিলে—

"জানো তইহে জান ? প্ৰসঙ্গৰ পৰা আতৰি সমুদ্ৰই লৰা বোৰৰ ফালে চালে—"

"অশান্ত—"

"হু ?"

"দেখিলি ?"

"অঁ'—কিয় ?"

"কিবা বুজিলি ?"

"কি ?"



"বাদ দে—কলৈ যাবি এতিয়া ?"

"ভাবিছো—যাবি নেকি দিশপুৰলৈ ?" ইতিমধ্যে প্ৰদীপহঁতো আহি পাইছিল।

"দিশপুৰলৈ ? বলকনা যাওঁ—" প্ৰদীপে উৎসাহেৰে কলে।

"প্ৰচেচনটো আমি বাটটেই পাম গৈ। অ'টো এখন লব লাগিব।" —নীলাঞ্জনে কলে।

সিহঁতে ধীৰ খোজেৰে চৌহদ পাৰহৈ ওলাই আহিল। জুমপাতি থকা লৰাবোৰৰ কথালৈ কানদি লাহে লাহে সিহঁত দীঘলাপুখুৰীৰ পাৰেদি খোজ ললে।

"ইয়াতেই বঁ'ও প্ৰদীপ। অ'টো এখন ল'ও।"

"হব।" সংগ্ৰাম পৰিষদৰ অফিচ পাৰহৈ ইটোকাষৰ গছজোপাৰ ওচৰৰ তিনি আলিটোতেই সিহঁত ৰ'ল।

"প্ৰদীপ-আগতে তুমি গুৱাহাটীলৈ অহা নাই নহয় ?"

"নাই অহা অশান্তদা ?"

"মইও আগতে অহা নাই।" প্ৰত্যুষে কলে।

"অনলটো আহিছাই। নীলাঞ্জন তুমি ?"

"মই দেখোন ইয়াতেই পঢ়ো।" নীলাঞ্জনে ইঞ্জিনিয়াৰিং পঢ়ে।

"অ'—তোমালোকৰ কিবা অসুবিধা হলে অ'টো এখন লবা। পোনে পোনে ইয়ালৈকে গুচি আহিবা।"

"বাৰু অশান্তদা।"

অলপ সময় পিচত অ'টো দুখন পালে। এখন অশান্ত, সমুদ্ৰ আৰু নীলাঞ্জন উঠিল। আনখনত, প্ৰত্যুষ, অনল আৰু প্ৰদীপ। অলপমান অগাপিচাকৈ অ'টো দুখন দিশপুৰৰ ফালে আগুৱাই গ'ল।

"শুনিছ সমুদ্ৰ ?"

"অঁ—"

সমুদ্ৰই শুনিছিল, প্ৰদীপ হতেও শুনিছিল আকাশ বতাহ কঁপাই নিনাদি উঠা জনতাৰ কণ্ঠৰ প্ৰতিধ্বনি।

"দমন নীতিক ভয় নকৰো, ভয় নকৰো" ।

"অশুভ শক্তি নিপাত যাওক, নিপাত যাওক" ।

"আমাৰ এই সংগ্ৰাম জীয়াই থকাৰ সংগ্ৰাম" ।

সমদলটোৰ প্ৰায় ওচৰত আহি অ'টো দুখন ৰৈ গ'ল । অশান্ত প্ৰদীপ ইঁত নামিল ।

"তোমালোক একেলগে থাকিবা দেই । দূৰলৈ আঁতৰি নাজাবা ।"

"ৰাৰু অশান্তদা ।" প্ৰদীপে সহাৰি জনালে । বাকীবোৰে একো নকলে । মৃত্যুভয়জিনি ওলাই অহা সেই জন সাগৰৰ কণ্ঠৰ ঢৌ লাগি সিহঁতৰো বুকুবোৰ এক অজানা আবেগত উদ্ধাউল হৈ উঠিছিল । মনটোত ভাব হৈছিল—এই জাতি মৰিব নোৱাৰে ।

সমদলটো গৈগৈ গণেশ মন্দিৰৰ ওচৰৰ পাইছিলগৈ । লক্ষ লক্ষ জনতাৰ সমদল অনিৰুদ্ধ দুৰ্ব্বাৰ । চাৰি আলিটোটেই ৰৈ আছিল লাঠি, টুপি, ৰাইফল, টিয়েৰ গেচৰচেলেৰে সুসজ্জিত সশস্ত্ৰ চি. আৰ. পি বাহিনী । সিহঁতে সমদলটোক বাধা দিলে । কিয় মানিব সেই যুক্তিহীন বাধা জনতাই ? আৰু বহুবাৰৰ দৰে এই বাৰো এই বাধা আওকান কৰি জনতা আগুৱাই গ'ল । হঠাতে এই শৃংখলাবদ্ধ সমদলৰ মাজত হুলস্থূল লাগিল । লাঠি, গেচ, বেয়নেটৰ সন্ত্ৰাসে মানুহবোৰক বিশৃংখল কৰি পেলালে । সমুদ্ৰহঁত মাজত আছিল । সিহঁতে পাৰ্য্যমানে একেলগে থাকিবৰ চেষ্টা কৰিলে । কিন্তু কিছু সময়ৰ পাচত ইটোৱে সিটোৰ পৰা বিচ্ছন্ন হৈ পৰিল । চাৰিওফালে কেকনি, কান্দোনে, কোবোৱাৰ শব্দ । সমুদ্ৰই ইফালে সিফালে চালে । চি. আৰ. পি. কেইটাৰ মুখত অশ্লীল চিঞৰৰ বাখৰ ।

'আস্'—এটা তীক্ষ্ণ আৰ্তনাদ

সমুদ্ৰই সচকিত হৈ ইফালে সিফালে চালে—

এজন পোন্ধৰ ষোল্ল বছৰীয়া লৰা । কেইবাটাও চি. আৰ. পিয়ে ঘেৰি ধৰিছে । মাটিত পৰি গৈছে লৰাটো । সেই অৱস্থাতে চি. আৰ. পি. কেইটাক বাধা দিবৰ প্ৰাৰ্য্যমানে চেষ্টা কৰিছে । লাঠিৰ



কোবৰ পৰা শৰীৰটো বচাই সমুদ্ৰ দৌৰি লৰাটোৰ ওচৰলৈ গ'ল । চি. আৰ. পি. কেইটাক দুহাতেৰে ঠেলি সি লৰাটোৰ ওচৰত আঠুকাঢ়ি বহিল । ইতিমধ্যেই কেবাটাও কোব তাৰ পিঠিত পৰিছিল । ভ্ৰূক্ষেপ নকৰিলে সি ।

"চালা আচামীকা বাচ্চা"—

সমুদ্ৰৰ ভীষণ খঙ উঠিল । ঘপ্‌কৈ উঠি লাঠি এডাল কাঢ়ি ললে চি. আৰ, পি. এটাৰ পৰা । পাঁচজন মানক উৰাই ঘূৰাই মৰিয়ালে সি । হতভম্ব মানুহ কেইটাই উলোটাই মাৰিবৰ কোনো প্ৰচেষ্টাই নকৰিলে । সিহঁতৰ বিচাৰবুদ্ধি লোপপাই গৈছিল । সকলো লাঠিৰ কোব নিৰ্ব্বিবাদে সহ্য কৰা দেখি অভ্যস্ত হৈ যোৱা চি. আৰ. পি. কেইটাই এনেকুৱা প্ৰত্যুত্তৰ পাই লৰচৰ কৰিব নোৱাৰা হ'ল । মাৰ খাই খাই লেবেজানহৈ পৰিল সিহঁত । সমুদ্ৰৰ বলীয়া হাঁতীৰ দৰে উগ্ৰ খঙে সিহঁতক মোহাৰি সামৰি পেলালে । সমুদ্ৰই ইফালে সিফালে চালে । ইতিমধ্যেই কেবাটাও চি. আৰ. পি. সেই ফালে দৌৰি আহিছিল । "বাবা—পলোৱা পলোৱা ।" বুঢ়ী মানুহ এগৰাকীয়ে পৰি থকাৰ পৰাই কান্দোনৰ সুৰত কলে ।

চিন্তা কৰিবলৈ সময় নহল সমুদ্ৰৰ । তেজৰ ডোঙাৰ মাজত পৰি থকা লৰাটোৰ পাতল শৰীৰটো হেলাৰঙে ডাঙিলৈ মানুহবোৰৰ মাজেদি বাট উলিয়াই দৌৰিবলৈ ধৰিলে সমুদ্ৰ ।

অলপ দূৰ গৈয়ে বাওঁফালৰ এটা গ'লি ৰাষ্টাৰে সি সোমাই গ'ল । কণা মুনাকৈ দৌৰিছিল সি । টিয়েৰ গেচৰ পৰা আত্মৰক্ষা কৰিব নজনা বাবে জ্বলি পুৰি গৈছিল তাৰ চকু দুটা ।

"এই ফালে আহক—এইফালে ।" কোনোৱা মানুহ এজনীয়ে দুৱাৰ খুলিদি চিঞৰি মাতিলে সমুদ্ৰক । তৎক্ষণাৎ সোমাই গ'ল সি । চকামকাকৈ দেখিলে এটা শুভ্ৰ নাৰী মূৰ্তি ।

দুৱাৰখন জপাইদি লৰাটোক কান্ধতলৈ চকু মোহাৰি মোহাৰি ৰৈ থকা সমুদ্ৰলৈ মানুহজনীয়ে ক্ষণিকলৈ ৰ' লাগি চালে ।

"তাক বিচনা খনতে শুৱাই দিয়ক।" ওচৰৰ বিচনাখনতে সমুদ্ৰই লৰাটোক শুৱাই দিলে। তাৰ তেতিয়া জ্ঞান আহিছিল।

"আপুনি ভিতৰলৈ আহক। চকুমুখ ধুই লওক। মোহাৰি নাথাকিব। বিনাবাক্য ব্যয়ে সমুদ্ৰ পিচে পিচে সোমাই গ'ল। মুখহাত ধুবলৈ ললে সি।"

মানুহ জনীয়ে ইতিমধ্যে লৰাটোৰ ক্ষত স্থান ধুই দিছিল। মূৰটো পানীৰে তিয়াই দিছিল।

সমুদ্ৰই গামোচা খনেৰে মুখখন মচি মচি সোমাই আহিল। উকা কাপোৰ পিন্ধা মানুহ জনীৰ শুভ্ৰ উকা হাত দুখনে বেণ্ডেজ কৰি দি আছিল। যন্ত্ৰণাত লৰাটোৱে লাহে লাহে কেকাইছিল। ওৰণি লৈ থকা বাবে সমুদ্ৰই তেওঁৰ মুখখন নেদেখিলে—

সমুদ্ৰৰ খোজৰ শব্দপাই মানুহ জনীয়ে উভতি নোচোৱাকৈ কলে—

"বৰবেছি দুখ পোৱা নাই, থিক হৈ যাব। টেবুলতে বেণ্ডেজ, তুলা আছে। হাতখন বান্ধি লওক।" মানুহজনীৰ মাতত এটা অস্পষ্ট কঁপনি।

একো নকলে সমুদ্ৰই। তাৰো হাতখন বিষাইছিল। বেয়নেটৰ সামান্য খোচ পৰিচিল ঠাই টুকুৰাত।

প্ৰায় পোন্ধৰ মিনিটৰ পাচত মানুহজনী উঠিল। বাকী ক্ষত স্থান বিলাকত এনেয়ে চকু ফুৰাই সমুদ্ৰলৈ চালে। লৰাটো তেতিয়া যন্ত্ৰণা আৰু অৱসন্নতাৰ মাজত চকুমুদি পৰি আছিল। মানুহজনী সমুদ্ৰৰ ওচৰলৈ আহি তাৰ সন্মুখত থিয় হ'ল। সমুদ্ৰই গম নাপালে। সি তেতিয়া চকীখনতে মূৰটো পেলাই চকুমুদি কিবা ভাবি আছিল—অশান্তইঁতক বিচাৰি যাব লাগিব। লৰাটোলৈও ডাক্তৰ এজন আনিবলাগিব—

"সমুদ্ৰ—।"

উচপ্ খাই মূৰ দাঙিলে সমুদ্ৰই। গুৱাহাটী মহানগৰীত এজনী তিৰোতাৰ মুখত তাৰ নাম? ভীষণ অৱাক হৈ সন্মুখত থিয় হৈ থকা উকা কাপোৰ পিন্ধা মানুহজনীলৈ সমুদ্ৰই পোনভাবে চালে।



"চিনি পোৱা নাই নহয়?" মানুহ জনীয়ে বিষণ্ণভাৱে হাঁহিলে। বহুত সময়—সি নাজানে কিমান সময় একে থৰে চাই থাকিল। তাৰ পাচত শান্ত সুৰেৰে লাহে লাহে কলে—

"চিনি পাইছো। তুমি স্বপ্না।"

হঠাৎ সমুদ্ৰ উঠিল; আৰু মুখখন ঘূৰাই দুৱাৰ মুখলৈ আহিল।

"লৰাজনক চাব। মই ডাক্তৰ এজন পঠিয়াই দিমগৈ। আপোনাৰ সহায়ৰ কাৰণে ধন্যবাদ।"

"স-মু-দ্ৰ—"

"মই সমুদ্ৰ নহয়। মই এটা ডোবাহে মাত্ৰ।"

"ৰবা সমুদ্ৰ।"

সমুদ্ৰ নৰল। প্ৰায় দৌৰাৰ দৰেই ওলাই আহিল। তাৰ মূৰৰ চাৰিওফালে তেতিয়া পৃথিৱী ঘুৰিছে।

স্বপ্না বিধবা—বিধবা। তাইৰ শিৰত সেন্দুৰ নাই—এটা সময়ত সি সঁচাকৈয়ে দৌৰিবলৈ আৰম্ভ কৰিলে।

সমুদ্ৰ যেতিয়া অনলৰ মাহীয়েকৰ তালৈ আহিল তেতিয়া তাত আটাইবোৰ গোট খাইছে। সমুদ্ৰৰ বাবে আটাইবোৰে চিন্তা কৰি আছিল। অশান্তই কেইবাবাৰো বিছাৰি যাবলৈ ওলাইছিল। আটাই বোৰে জোৰকৈহে ৰাখি থৈছে। সকলোৰে মুখবোৰ গম্ভীৰ, বিষণ্ণ। অনলৰ মূৰত বেণ্ডেজ। অশান্তই বুকুত অলপ দুখ পাইছে। বাকী আন কাৰো বিশেষ একো ক্ষতি হোৱা নাই।

অশান্ত দুৱাৰ মুখতে থিয়হৈ আছিল। সমুদ্ৰক দেখি খৰখোজেৰে গেটৰ ওচৰলৈ আহিল। হাতত বেণ্ডেজ লৈ অসংলগ্ন খোজেৰে প্ৰায় বলিয়াৰ দৰে আহি থকা সমুদ্ৰৰ আউল বাউল চুলি কোচা মুখৰ আগৰ পৰা আঁতৰাই দি বেণ্ডেজ বন্ধা হাতখন লাহেকৈ ধৰি অশান্তই উদ্বিগ্ন সুৰত সুধিলে—

"সমুদ্ৰ তই থিক আছ?"

উত্তৰ নিদি এবাৰো তালৈ নোচোৱাকৈ সমুদ্ৰ সোমাই গ'ল।

ছুচকুত অপাৰ বিস্ময় আৰু শংকা লৈ পিচে পিচে অশান্তও সোমাই গ'ল।

"সমুদ্ৰ ভাইটি কি হ'ল তোমাৰ ?" পৰি যাব খোজা সমুদ্ৰক এহাতেৰে ধৰি থাকি মহীয়েকে সুধিলে—

—মাহী মোৰ একো হোৱা নাই—খুব ভাগৰ লাগিছে। শুম।" কাকো একো নোকোৱাকৈ সমুদ্ৰ ক্লান্ত খোজেৰে সোমাই গ'ল। মাহীয়েকে দেখুৱাই দিয়া বিচনাখনত জোতা চোতা নোখোলাকৈ শুই পৰিল। পিচে পিচে অহা অশান্তই বহুত সময় নীৰৱে কোঠাটোৰ মাজত থিয় হৈ থাকিল আৰু এটা সময়ত সমুদ্ৰৰ জোতাযোৰ খুলি দি মাহীয়েকৰ সহায়ত আঠুৱাখন তৰি দি এটা হুমুনিয়াহ কাঢ়ি ওলাই আহিল। ৰেডিঅই তেতিয়া ঘোষণা কৰিছিল—

দিচপুৰ সচিবালয়ৰ দিলীপ চক্ৰবৰ্তী নামৰ এজন লোকৰ আজি চি. আৰ. পিৰ ৰাইফলৰ গুলিত মৃত্যু হয়···

সমুদ্ৰৰ তেতিয়া ভীষণ জ্বৰ।

··· ··· ··· ···

টেবুলতে মূৰথৈ ক্লান্ত ভাৱে বেগম মৰিয়মে চকু দুটা মুদি দিলে। এইবোৰ ঘটনা লিপিবদ্ধ কৰোতে তেওঁৰ বুকুখন কিবা লাগি গৈছে। সমুদ্ৰৰ মুখখন বাৰে বাৰে চকুৰ সন্মুখত ভাহি আহিছে। মনত পৰিছে সমুদ্ৰৰ সৰু সৰু কথাবোৰ—

"পৃথিৱী তুমি কৰ্‌দৈ ভালপোৱা নহয়···এয়া লোৱা।"

"মৰিয়ম···তোক যদি কোনোবাই কিবা কয় মোক কবি··· ।"

"অশান্ত···মই মূৰ্খতো......, বলহে আছে অলপ···শিকাই দিবি আৰু।"

"জান যোচেফ—মোৰো কেতিয়াবা তইঁতৰদৰে হ'বৰ মন যায়... ।"

"বিজু···তই ঘৰলৈ যাব নালাগে ··ককায়েৰৰ তাতে থাক··· ।"

সেই সমুদ্ৰই এটা ভাৱাক্ৰান্ত মন লৈ মাৰ্ঘেৰিটালৈ উলটি আহিছিল। অশান্ত তেতিয়া বৰপেটালৈ গৈছিল—

° ° °

॥ দহ ॥

লাইব্ৰেৰীত আটাইবোৰ গোট খাইছিল। যোচেফ বিজু, নীলাঞ্জন মৰিয়ম, অশান্ত, আৰু প্ৰত্যুষ। সমুদ্ৰ, পৃথিৱী আৰু বাসৱ তেতিয়াও আহি পোৱাহি নাই। কোঠাটোৰ এটা অসহ্য নীৰৱতা। কাৰো মুখত এটা শব্দও নাই। অশান্ত যোৱানিশা বৰপেটাৰ পৰা আহি পাইছে। চকী এখনৰ মাজত মূৰটো থৈ—অশান্ত নীৰৱে বহি আছিল। প্ৰত্যেকৰে মুখবোৰ থম্ থমীয়া। অপ্ৰকাশিত কিবা এটা ক্ষোভ আৰু বেদনাত প্ৰত্যেকৰে মুখবোৰ মৰহা। কেনেকৈ সিহঁতে বাসৱক খবৰটো দিব ? চিৰ হাস্যময়—উৎফুল্ল এই উদ্যমী লৰাটোক কেনেকৈ দিব এই মৰ্মান্তিক খবৰ ?

অশান্তদা—মৰিয়মে মাতিলে।

মূৰ তুলি চালে অশান্তই। চকু কেইটা টিক্ টিক্ কৈ ৰঙা পৰি আছে তাৰ। চকু মুখত দীৰ্ঘ দিনীয়া ক্লান্তি। পুঞ্জীভূত ক্ষোভ আৰু অশ্ৰুবোৰ উলিয়াই দিব নোৱাৰি সি যেন বৰ কষ্ট পাইছে। গভীৰ মাতেৰে—অশান্তই সহাঁৰি জনালে—

"কোঁৱা মৰিয়ম—"

"পৃথিৱী বাইদেউ হঁত আহিবৰ হ'ল। কিবা এটা কৰক অশান্তদা—"

মৰিয়মে কাতৰ সুৰেৰে কলে। তাইৰ চল চলিয়া চকু কেইটালৈ চাই মনটো সেমেকি গ'ল অশান্তৰ। কিমান যে কষ্ট কৰিছে মৰিয়ম হঁতে—দেশখনৰ লগত একাত্মহৈ মিলিগৈ কিমানযে কষ্ট সহ্য কৰিব লাগিয়া হৈছে বিদিশা, প্ৰত্যুশহঁতে। মৰিয়মৰ প্ৰশ্নৰ উত্তৰ নিদি—অশান্তই প্ৰত্যেকৰ মুখলৈ চকু ফুৰালে। বেদনাহত দৃষ্টিৰে প্ৰত্যেকে—তাৰ মুখলৈকে চাই আছে। তাৰ ওপৰত কি প্ৰৱল আস্থা সিহঁতৰ। অক্ষমতাৰ লাজত তলমূৰ কৰিলে সি। সি অক্ষম সঁচায়ে সি অক্ষম। অক্ষম পুৰুষ হৈ মাতৃ ভগ্নীৰ ওপৰত উৎপীড়নৰ প্ৰতিকাৰ

কৰিবলৈ। অক্ষম নীৰিহ নিৰস্ত্ৰ জনৰ ওপৰত সহৃহীন দমনৰ প্ৰতিৰোধ কৰিবলৈ। তললৈ মূৰকৰি অশান্তই দৃঢ় স্বৰেৰে কলে—

"বাসৱক মই ফাকি দিব নোৱাৰো। তাক মই সকলো কম। এটা কথাও লুকুৱাওঁ। লাগিলে সি মোক ঘীন কৰক—মোক থুৱাওক মোক এৰি গুচি যাওক—। তথাপি—তথাপি তাক জনাই দিম—কম মই—এটা কাপুৰুষ—। মই দুৰ্ব্বল, মই অক্ষম—স্বাৰ্থপৰ। অহিংসাৰ ওচৰত মই প্ৰতিজ্ঞা বদ্ধ।

দুহাতেৰে চুলিকোচা খামুচি ধৰিলে সি। দুটোপাল তপত চকুলো তাৰ গালেদি বৈ আহিল।

"অশান্ত—"

এটা দৃঢ় অথচ বেদনা বিধুৰ কণ্ঠস্বৰত গোটেই জাকে মূৰ তুলিচালে।

"বা—স-ৱ...।"

মৰিয়ম ইঁতৰ শৰীৰেদি এটা বিজুলী প্ৰৱাহৰ সোঁত বৈ গ'ল। সেই মূহূৰ্ত্ত আহিছে—এক ভাতৃৰ সন্মুখত ভগ্নীৰ অত্যাচাৰৰ কাহিনী কোৱাৰ সময়।

এক গভীৰ শান্ত দৃষ্টিৰে অশান্তই বাসৱলৈ চালে। বাসৱৰ চকুত অশ্ৰু আৰু ক্ৰোধৰ লগত স্থিৰতাৰ সংযত প্ৰকাশ। অশান্তৰ দৃষ্টিত সংকল্প আৰু আত্মগ্লানিৰ স্পষ্ট স্ফুৰণ।

আহ বাসৱ।" গভীৰ মাতেৰে আহ্বান জনালে অশান্তই। সমষ্ট কোঠালী নিঃচুপ। কোঠাটোৰ প্ৰতিজন নাৰী-পুৰুষেই যেন বৰফৰ একোটা কঠিন মূৰ্ত্তিত পৰিণত হৈছে। ক্ৰোধ আৰু অশ্ৰুৰ সম্ভাৱ্য বিস্ফোৰণৰ প্ৰতীক্ষাত।

অশান্ত উঠিল। লাহে লাহে বাসৱৰ ওচৰলৈ আগুৱাই গ'ল। বাসৱৰ শান্ত মূখখনৰ গভীৰ চকুদুটাই তালৈকে চাই আছে। বাসৱ কোঠাটোৰ মাজত স্থিৰহৈ বৈ থাকিল।

বলিষ্ঠ—কোমল হাত দুখন বাসৱৰ কান্ধত থলে অশান্তই। বাসৱৰ চকুলৈ শান্ত ভাৱে চালে—



"বাসৱ—" যন্ত্ৰণাত গভীৰ হৈ ওলাইছিল অশান্তৰ মাতটো।

"মই জানো অশান্ত—।"

"জান ???"

অলপ চাঞ্চল্য কোঠাটোলৈ উলটি আহিল। জানে ?

সামান্য অগাপিচাকৈ পৃথিৱী আৰু সমূদ্ৰ সোমাই আহিল।

অশান্তই বোবা দৃষ্টিৰে পথিৱীলৈ এখন্তেক চাই ৰ'ল। সেই দৃষ্টি সহ্য কৰিব নোৱাৰিলে পৃথিৱীয়ে। তলমূৰকৈ তাই মৰিয়মৰ ওচৰলৈ আতৰি আহিল।

হঠাৎ অশান্তই বাসৱক জোকাৰি দিলে—

"জান ? কি জান ? একো নাজান বাসৱ। তই একো নাজান। নিজৰ ভনীক ৰাক্ষসৰ হাতৰ পৰা বচাব নোৱাৰি কাপুৰুষৰ দৰে পলোৱা এই অশান্ত বৰুৱাক তই নাজান।"

"অশান্ত—।"

বৈ গ'ল অশান্ত। হাতখন লাহেকৈ কান্ধৰ পৰা নামাই আনিলে। তাৰ মনত পৰি গ'ল বাসৱৰ ভনীয়েকৰ আৰ্ত্তনাদৰ কান্দোন—

"মোৰ সকলো গ'ল অশান্তদাদা—মোৰ সকলো গ'ল। তুমি গুচিযোৱা......চিঞৰিছিল তাই—গুচি যোৱা অশান্তদাদা—। নাহিবা বুলিছো নাহিবা......।"

মই তললৈ মূৰকৰি উলটি আহিছো বাসৱ। মই নিজৰ ভগ্নীক ৰাক্ষসৰ হাতত তুলিদি কাপুৰুষৰ দৰে পলাই আহিছো। মই—মই একো কৰিব নোৱাৰিলো বাসৱ। মই অহিংসাৰ প্ৰতিজ্ঞা ভাঙিব নোৱাৰি শুদাহাতে উলটি আহিলো—।"

"তই—অহিংসাৰ ওচৰত প্ৰতিজ্ঞা বদ্ধ হব পাৰ, কিন্তু তোৰ সেই বুঢ়া গান্ধীদাদাৰ ওচৰত মই প্ৰতিজ্ঞা বদ্ধ নহয়।"

সমুদ্ৰৰ গল্-গলিয়া উত্তপ্ত মাতত আটাইকোৰ উচপ্ খাই উঠিল।

"সমুদ্ৰ—"

মোক শান্তিৰ কথা আৰু কবলৈ নাহিবা পৃথিৱী। মোক পুৰুষ হৈ জীয়াই থাকিবলৈ দিয়া।

"মই সেই কথা কোৱা নাই। উত্তেজনাৰ মাযেৰে সাফল্য নাহে।

"মোক সাফল্য নালাগে। মোক পুৰুষত্বৰ যোগ্যতাৰে প্ৰতিশোধ লবলৈ লাগে। মোৰ মাতৃ ভগ্নীক চকুৰ আগত অত্যাচাৰ কৰিব আৰু মই বহি বহি ৰাম-নাম গাম? সমুদ্ৰই তেজৰঙা চকু দুটাৰে অশান্তলৈ চালে—।

"চকুপানী মচ, অশান্ত। তই পুৰুষ নহয় নেকি? অসহায় ভনীয়েৰক ৰক্ষা কৰিব নোৱাৰিলি—চকুপানী পেলাইছ কেলেই?"

"যোচেফ উঠি আহিল—

তেনেকৈ নকৰি সমুদ্ৰ—অশান্তক সিহঁতে বান্ধি থৈছিল—ঘৰত জুই জ্বলাই দিছিল। পিচতহে তাক মুকলি কৰি দিছিল আমাৰ মানুহে।"

"নোৱাৰিলে সেয়া তোৰ দোষ নহয় মানি লৈছো। সেইবুলিয়েই নিষ্ক্ৰীয়হৈ থাকিবি নেকি? প্ৰতিশোধ নলৱ? অন্যায়ৰ প্ৰতিশোধ? অত্যাচাৰৰ প্ৰতিশোধ? মাতৃৰ সতীত্ব কাঢ়ি নিয়াৰ প্ৰতিশোধ?" সমুদ্ৰই এটা এটাকৈ প্ৰত্যেকৰ চকুলৈ চাই তীব্ৰস্বৰত প্ৰশ্ন কৰিলে—"যোচেফ? নোলোৱা প্ৰতিশোধ? বাসৰৰ ভনীয়েক তোৰ ভনীয়েক হয়নে নহয়?"

"হয়—কিন্তু?"

"কি হব কিন্তু?" সমুদ্ৰ জ্বলি উঠিল—"তোৰ আন্দোলন কোনো সম্প্ৰদায়ৰ বিৰুদ্ধে নহয় কাৰণে, কোনো ধৰ্মৰ বিৰুদ্ধে নহয় কাৰণে? তহঁতৰ আন্দোলন যুক্তি আৰু অহিংসাৰে পৰিচালিত কাৰণে? তই প্ৰত্যুষ?"

তলমূৰ কৰিলে প্ৰত্যুষে—।"

প্ৰদীপ? অনল? নীলাঞ্জন?

"আমি প্ৰতিকাৰ বিছাৰো সমুদ্ৰদা।"



প্ৰতিকাৰ? নিজক ফাকি নিদিবি—নীলাঞ্জন—। কমল, দিলীপ, সমীৰণ হঁতৰ মাকবোৰৰ দেইযোৱা কলিজাৰ প্ৰতিকাৰ কৰিব পাৰিবি? মিনতি, নিলীমা হঁতৰ অপহৃত সতীত্ব উভতাই দিব পাৰিবি? তহঁতৰ যুক্তিক তহঁতৰ সত্য আৰু অহিংসাক কিমান দিন খামুচি ধৰি ৰাখিব পাৰিবি। তহঁতে তহঁতৰ যুক্তিৰ আত্মশান্তনাক উটুৱাই নিবলৈ আৰু কিমান মা, ভনীৰ নিৰবিচ্ছিন্ন অশ্ৰুৰ ঢল লাগিব? ক' প্ৰত্যুষ—ক' প্ৰদীপ, ক'—যোচেফ?" খঙ আৰু উত্তেজনাত ফাটি পৰিব খুজিছিল সমুদ্ৰ। পৃথিৱীলৈ উভতি চালে সি। দেখিলে এক পৰিপূৰ্ণ আস্থাৰ দৃষ্টিৰে পৃথিৱীয়ে তালৈকে চাই আছে—

"তুমি মোক কৈছিলা নহয় পৃথিৱী—যুক্তি আৰু সত্যই আমাৰ অস্ত্ৰ বুলি, অহিংসা আৰু শান্তিয়েই আমাৰ পথ বুলি? এতিয়া কোঁৱা অত্যাচাৰৰ বিপৰীতে আমি যুক্তিৰ ধুমুহা বোৱালে লাভ হব? কোঁৱা পৰিকল্পিত প্ৰৱঞ্চনাৰ বিপৰীতে সত্যৰ নাম প্ৰসঙ্গ কৰিলে ফল দিব? কোঁৱা শাসকৰ আৰু শোষকৰ হ্বীংস আক্ৰমণৰ বিপৰীতে অহিংসাৰ কাগজৰ গদা ঘূৰালে প্ৰতিকাৰ হব? কোঁৱা পৃথিৱী এই ধৰ্ষিতা ভনী আৰু সন্তানহাৰা মাকবোৰৰ বুকুৰ জ্বলন্ত অশান্তিৰ আগত শান্তিৰ মন্ত্ৰমাতিলে এই জুই নুমাব? কোঁৱা পৃথিৱী—কোঁৱা—

মই সেই কথা কোৱা নাই সমুদ্ৰ—তোমাৰ কথাত যুক্তি আছে—। কিন্তু যোচেফ, প্ৰত্যুষৰ কথাও তুমি উলাই কৰিব নোৱাৰা—প্ৰতিহিংসা নহয়—এই অত্যাচাৰৰ প্ৰতিকাৰ কৰিব লাগিব। সেই প্ৰতিকাৰ অহিংসাৰে হবনে নহয় কব নোৱাৰো; কিন্তু সেই বুলি উত্তেজিত হ'লে নহব সমুদ্ৰ।"

'তই মোক বেয়াপাব পাৰ। কিন্তু প্ৰতিকাৰ আমিও বিচাৰো—সমুদ্ৰ।" যোচেফে কলে। কিন্তু এতিয়া নহয়—প্ৰস্তুতিৰ শেষত—। প্ৰস্তুতি নোহোৱাকৈ প্ৰতিকাৰ বা প্ৰতিৰোধলৈ আগবাঢ়িলে আমি নিজে শেষ হৈ যাব লাগিব।"

"শেষ হৈ যাবলৈ তই ভয়কৰ নেকি? আমি এনেও শেষ হৈ যোচেফ—আমি এনেও শেষ হব লাগিব। কিন্তু তইঁতক মই কৈ দিছো। মই সমুদ্ৰ ফুকন—কাপুৰুষৰ দৰে মই তিল্‌তিল্ কৈ মৰিব নোৱাৰো। লাগিলে পুৰুষ হৈয়ে, মানুহ হৈয়ে এবাৰতে শেষহৈ যাম। আহ বাসৱ।"

উপৰ্য্যপৰি আঘাট, যুক্তি, অন্তৰ্দ্বন্দ্বত জঠৰ হৈ যোৱা বাসৱক এহাতেৰে ধৰি—দপ্‌দপাই কোঠৰ পৰা ওলাই গ'ল সমুদ্ৰ—।

° ° °

॥ এঘাৰ ॥

"অশান্ত—"

"ক' প্ৰকাশ—।"

"এনেকৈ আৰু কিমানদিন থাকিব লাগিব?"

"যিমানদিন আমাৰ কৰ্তব্য শেষ নহয়?"

"তথাপি—।"

"হয়তো এবছৰ—। হয়তো দুবছৰ—। হয়তো দহবছৰ।"

"ইমান দিন?"

"ডেৰশ বছৰীয়া ভুলক তই এবছৰ দুবছৰৰে শুধৰাব পাৰিবি বুলি কিয় ধৰি ললি?"

"ডেৰশ বছৰীয়া ভুল? কিন্তু তেতিয়াতো বিদেশীৰ প্ৰব্ৰজন নাছিল?"

"বিদেশীৰ প্ৰব্ৰজনটোৱে আমাৰ একমাত্ৰ সমস্যা বুলি তোক কোনে কলে?"

"কোনেও কোৱা নাই। যি দেখিছো যি শুনিছো তাকেই কৈছো।"

"ভুল দেখিছ—ভুল শুনিছ।"

"ভুল?"

"অঁ'—ভুল।'

"কেনেকৈ?"

"নিজে ভাবি চা—ডেৰশ বছৰ ধৰি আমাৰ অস্তিত্বৰ লাইখুটা ঘুনে যোৱা নাই? আমাৰ আত্মচেতনাৰ মেৰুদণ্ড ভাঙি দিবলৈ, ষড়যন্ত্ৰ চলা নাই? সেই ষড়যন্ত্ৰ বিফল কৰাতো আমাৰ কৰ্তব্য হয়নে নহয়?"

"হ'য়—।"

"নিজে ভাবিছা—আমাৰ কণ্ঠৰোধ কৰিবলৈ চেষ্টা কৰি অহা হৈছে? সূৰ্য্যবৰাৰ পৰা দিলীপ চক্ৰবৰ্ত্তীলৈকে কিয় মৰিল? সমীৰণক, মধুক,

আনচাৰীক কিয় হত্যা কৰা হল ? এই পৰিকল্পিত হত্যাৰ প্ৰতিৰোধ কৰাতো আমাৰ দায়িত্ব হয়নে নহয় ?”

“হয়— ।”

“বাসৱৰ ভনীয়েকৰ অশ্ৰু মচাৰ দায়ীত্ব কাৰ ?”

“সমীৰণৰ পৰিয়ালক শান্তনা দিয়াৰ কৰ্তব্য কাৰ ?”

“সহস্ৰ শ্বহীদৰ মৃত্যুক সফল কৰাৰ—দায়িত্ব কাৰ ?”

“মোৰ কাপুৰুষত্বৰ শাস্তি লব লাগে নে নালাগে ?”

মোক বাধা নিদিবি প্ৰকাশ— । মই কৰিবই লাগিব । সহস্ৰ-জনক নিৰ্য্যাতনৰ বুকুলৈ থেলি পঠিয়াই মই ঘৰত সোমাই থাকিব নোৱাৰো— ।”

“তোৰ ঘৰলৈ মনত নপৰে ?”

“ঘৰলৈ কাৰ মনত নপৰে ?”

“তেন্তে নাযায় কিয় ?”

“নাযাওঁ বুলিতো কোৱা নাই—এই অঞ্চলৰ প্ৰতিঘৰ মানুহৰ চকুত চকুপানী । ভুৱা প্ৰচাৰৰ গৰাহত পৰি উত্তেজিত হোৱা এচাম মানুহৰ অত্যাচাৰত সিঁহত জৰ্জৰিত— । মই ইয়াৰ প্ৰতিকাৰ কৰিবই লাগিব । প্ৰতিঘৰ মানুহৰ—প্ৰতিজন উত্তেজিত ব্যক্তিৰ হাতত ধৰি-ধৰি বুজাব লাগিব—এয়া ভুল-, সিঁহতে ভুল শুনিছে, ভুল বুজিছে—আমাৰ দেশৰ পৰা আমি সকলোকে খেদিবলৈ ওলোৱা নাই—বৈধ অধিকাৰক আমি স্বীকাৰ কৰো ।

“ককাইদেউ—সময় হ'ল ।” দুৱাৰখন খুলি বিজু সোমাই আহিল । প্ৰকাশলৈ চাই ক্ষীনকৈ হাঁহিলে । প্ৰকাশে উভতি চালে । এটা ক্ষীন বগা চৌধ্য পোন্ধৰ বছৰীয়া লৰা । তাৰ ৰঙা পাতল উঠ দুটাত দৃঢ়তা । চকুত অপাৰবিদ্ধ সাৰল্য ।

অশান্ত ককাইদেউ, পৃথিৱী বাইদেৱে এই কিতাপ কেইখন দি পঠাইছে । মাচানীৰ কিতাপখন নাপালে বোলে— ।”

“পৃথিৱীয়ে কিবা কৈছে ?”



“—আপোনাক এসপ্তাহমান আতৰি থাকিবলৈ কৈছে—” ঘটিযোৱা ঘটনা বোৰৰ লগত আপোনাক আৰু যোচেফ ককাইদেউক জড়িত কৰি গেপ্তাৰ কৰিব পাৰে বুলি খবৰ এটা ওলাইছে । পৃথিৱী বাইদেউ ছাত্ৰ সন্থাৰ প্ৰত্যুষ, প্ৰদীপইঁতৰ লগত টক্‌লাঙলৈ যাব ওলাইছে । বিদিশা আৰু সুন্দৰো যাব, মৰিয়মো যাব পাৰে ।

“সিহঁত আকৌ কেলেই যাবলৈ ওলাইছে । টক্‌লাঙৰ পৰিস্থিতি তাই নাজানে নেকি ?”

“মই কৈছিলো—আপোনাৰ খঙ উঠিব বুলি—পৃথিৱী বাইদেৱে কলে অশান্তক কবা—বিপদ কাৰণেইতো যাবলৈ ওলাইছো । আৰু নেপালী মই ভালদৰে কব জানো । টকলাঙৰ সমস্যা মই সমাধান কৰিহে আহিম ।”

“দেখিলি প্ৰকাশ—এইবোৰ লৰাছোৱালীৰ সন্মুখত তই, মই কোন কুটা ? আৰু ইহঁতৰ কাৰনেই কিজানি মই এনেদৰে থাকিব লাগিব” ।

“বেয়া নাপাব ককাইদেউ”—বিজুৱে প্ৰকাশলৈ শান্ত ভাৱে চালে । আমি এতিয়াই যাব লাগে । আমাৰ পামৰ ঘৰলৈ আহিছো । একো এটা খুৱাবও নোৱাৰিলো ।

“হব ভাইটি— । টকলাঙত কিবা গন্দগোল লাগিছে নেকি ?”

“অঁ”—বৰবেছি নহয় । তাৰ নেপালী মানুহ খিনিয়ে কৈছে যে “তইঁতে যদি আমাক পোন্ধৰ দিনৰ ভিতৰত খেদিব নোৱাৰ তইঁতকে আমি খেদিম— ।”

“পোন্ধৰ দিনৰ ভিতৰত কিয় ?”

“কোনোবাই তেনেকৈ প্ৰচাৰ কৰিছে । বিজুৱে সামান্য ভাৱে হাঁহিলে—”চৰম পত্ৰৰ কথাটোকে সিহঁতক তেনেকৈ বুজোৱা হৈছে— ।

প্ৰকাশ যাবলৈ থিয় হ'ল । অশান্ত প্ৰকাশৰ ওচৰলৈ আহিল— ।

মাক কবি প্ৰকাশ—এই কামটো শেষ কৰি উঠিলেই মই যাম ।

“ক'ম বাৰু ? তোৰ কামত মই কি বাধা দিম ? মাত্ৰ বুঢ়ী হৈ

অহা মা'জনীৰ কথা ভাবিবি। তোৰ কিবা এটা হব লাগিলে মাৰৰ ওচৰত মোৰ মুখ দেখুৱাবলৈ উপায় নাথাকিব।"

"অশান্তই—বিষন্ন ভাবে হাঁহিলে—

"বিপদ মোৰ হব নোৱাৰে প্ৰকাশ। নিজৰ মা'ৰ ওপৰিও আৰু হাজাৰ গৰাকী মা'ৰ আশীৰ্ব্বাদ মই পাইছো। নহয় বিজু?"

"কিয় নহয় অশান্ত ককাইদেউ। জানে—ককাইদেউ—, বিজুৱে উৎসাহিতভাবে অদ্ভুত সবল দৃষ্টিৰে প্ৰকাশলৈ চালে—অশান্ত ককাইদেউ কিমান বাৰ বিপদত পৰিছে অথচ একো হেৰা নাই। মাকৰ আশীৰ্ব্বাদ পালেহে একো নোহোৱাকৈ থাকে।

অলপ ৰৈ সি বুকুত সোনৰ চেইন এডালত ওলামি থকা লকেটটো হাতত তুলিলৈ চালে তাৰ পাচত বিষন্ন সুৰত লাহেকৈ কলে—

"মোৰ মা নাই নহয়—তথাপি সংগঠনৰ কামত গলে মৰমেৰে উপচাই দিয়া মোৰ পাতিলোৱা মা সকলৰ আশীৰ্বাদেই মোক ইমান দিনে কুশলে ৰাখিছে"।

বিজুৱে ঘড়ি চাই লৰালৰিকৈ কলে—

"আপুনি আহক ককাইদেউ। আপোনাৰ বাবে লৰা এটা ৰৈ আছে। বেয়া নাপাব ককাইদেউ। কৰ্ত্তব্য বৰ নিষ্ঠুৰ"।

লৰাটোৰ কণ্ঠৰ দৃঢ়তা শুনি অৱাক হ'ল প্ৰকাশ। যাবলৈ ওলাই সি অশান্তৰ মুখলৈ চালে—

"অশান্ত—"

"কি—।"

"মই যাওঁ। তই সাৱধানে থাকিবি।"

"বাৰু।" অশান্ত আগবাঢ়ি আহি প্ৰকাশৰ কান্ধত হাত এখন থৈ—গভীৰ কণ্ঠেৰে মাতিলে—

"প্ৰকাশ—"

"ক'—।"

"মাক চাবি।"



একো নমতাকৈ—তলমুৰকৈ ওলাই আহিল প্ৰকাশ। আৱেগতাত চকু চলচলীয়া হৈ গৈছিল। অশান্তৰ দৰে বিৰল প্ৰতিভাবোৰ অকালতে শেষ হৈ যোৱা দেখি এটা অনামি ক্ষোভে তাৰ অন্তৰত খোঁকি বাথো লগাইছিল।

"আপুনি অশান্তদাৰ বন্ধু?" অন্যমনস্ক ভাবে আহি থকা প্ৰকাশে মুৰ তুলি চালে। এটা সাধাৰণ গাৱঁলীয়া লৰা। হাতৰ এচাৰিদাল পেলাই সি আগবাঢ়িল—।

"আহক—।

"কি নাম—তোমাৰ ভাইটি?"

"প্ৰমথ।"

"অশান্তক চিনি পোৱা?"

"ইয়ে—কিয় নেপাম আমাৰ অশান্তদাক।" লৰাটোৰ সুৰত গভীৰ আত্মপ্ৰত্যয়। তেওঁলোক আহি আহি আলিবাট পালেহি। বাটত কেবাজনো বয়সস্থ মানুহ।

"বিমল ঐ লৈ আহ।" এজন মানুহৰ চিঞৰত লৰাটোএ ঘৰ এটাৰ পৰা প্ৰকাশৰ চাইকেল খন লৈ আহিল। কেৰিয়াৰত দুটা দৈৰ চুঙা আৰু একআঁশি পকা জাহাঁজী কল।

"লৈ যোৱাঁ বোপাই। গাৱঁৰ মানুহ আমি কিনো দিম। তোমালোকে ইমান যে কষ্ট কৰিছা—"। মানুহ এজনে হাত যোৰকৈ কলে—।

মুগ্ধ হৈ গ'ল প্ৰকাশ। অনুশোচনাত তাৰ মনটো ভৰি গ'ল। এই মৰম, এই মৰমৰ প্ৰকাশ ভঙ্গী। আন্তৰিকতাৰ মেৰ জালৰ পৰা অশান্তক সি লৈ যাবলৈ আহিছিল। কিয় যাব অশান্ত—? যাবই বা কেনেকৈ? প্ৰথমবাৰৰ বাবে প্ৰকাশে অনুভব কৰিলে অশান্তৰ ভাগ্যৰ লগত আনকাৰো ভাগ্যৰ তুলনা নহয়। সঁচাকৈ অশান্ত ভাগ্যবান। এই মৰমৰ তুলনাত সপ্তৰাজ্যৰ ঐশ্বৰ্য্যও একো নহয়। হওক—অশান্ত আৰু কঠোৰ হওক, অশান্তৰ মনত আৰু দৃঢ়তাৰ সৃষ্টি হওক। ঘৰৰ অজস্ৰ মায়াৰ বান্ধোন ছিন্ন কৰি অশান্ত ত্যাগী হওক। নিৰ্লিপ্ত হওক। সি আৰু বাধা নিদিয়ে—তৰ্ক নকৰে।

০ ০ ০

॥ বাৰ ॥

তাৰ দুদিন পিচত আবেলি...... ।

লাইব্ৰেৰীত বহি কিবা কিবি লিখা মেন্সাৰ কাম কৰি থকা প্ৰত্যুষ, অনল হঁতে—এটা উত্তেজিত স্বৰত একেলগে মূৰ তুলি চালে। দুৱাৰ মুখত প্ৰদীপ—।

তঁহত সোনকালে আহ প্ৰত্যুষ, অনল, বিজু—ডিৰক বাগানৰ ফালে যোচেফদাৰ দলটোক কোনোবাই আক্ৰমণ কৰিছে। আহ্ দেৰী নকৰিবি—"

দুৱাৰ মুখলৈ একেবাৰে শেষৰ আলমাৰীটোৰ ওচৰৰ পৰা দৌৰি, অহা পৃথিৱীৰ কোনো কথালৈ বাট নাচাই—আটাই কেইটা লৰা প্ৰায় দৌৰি ওলাই গ'ল—। বাহিৰত গাড়ী এখন ৰৈ আছিল। সিঁহত জাপ মাৰি গাড়ীত উঠাৰ লগে লগে ভীষণ জোৰেৰে গাৰীখন গুচিগল। দুৱাৰ মুখৰ পৰা চকা মকাকৈ দেখিলে পৃথিৱীয়ে গাড়ীৰ ভিতৰত সমুদ্ৰ। এটা হুমুনিয়াহ কাঢ়িলে তাই। তাইৰ বুকুত ধুমুহা। শঙ্কাৰ ধুমুহা। যোচেফক হেৰুওৱাৰ আশঙ্কা—।

ইতিমধ্যেই সকলো শেষ হৈছিল। ডেভিদৰ বুকুৰেদি বিহঁলগা কাড় এপাত সৰকি গৈছিল। ঠাইতে মৃত্যু হৈছিল তাৰ। যোচেফৰ ভৰিত এপাত কাড় সোমাইছিল। মূৰত ভীষণ আঘাট পাইছে সি। ডেৰশমান উত্তেজিত মজদুৰ মানুহৰ আক্ৰমণত ক্ষত বিক্ষত হৈ গৈছিল যোচেফৰ, জনৰ আৰু নীলাঞ্জনৰ সৰ্বাঙ্গ। নীলাঞ্জনে বৰ বিশেষ অঘাট নাপালে। বাগানৰে আন এচাম মজদুৰে সিঁহতক ৰক্ষা কৰিলে।

নীলাঞ্জন, যোচেফ, আৰু জনক অসম মেডিকেল কলেজলৈ স্থানান্তৰ কৰা হ'ল। ডিব্ৰুগড়ৰ মেডিকেল কলেজৰ চাৰ্জিকেল ৱাৰ্ডৰ সম্মুখত তেতিয়া ভীৰ। যোচেফৰ ভৰিৰ কলাফুলত সোমাই থকা কাড়ডাল উলিয়াই অনা হৈছিল। যোচেফৰ তেতিয়ালৈকে জ্ঞান অহা



নাই। খবৰ পাই বলীয়াৰ দৰে ল'ৰি আহিছিল অশান্ত। পৃথিৱী মৰিয়ম, বিজু, প্ৰত্যুষ হঁতক এদিন পিচত জোৰকৈ পঠিয়াই দি অশান্ত অকলেই ৰৈ গৈছিল। সমুদ্ৰ আৰু বাসৱ তাৰ বহু আগতেই গুচি আহিছিল। সময় নাই সিঁহতৰ। বিয়োগৰ ব্যাথাত বুকু জ্বলি গলেও সিঁহত ৰৈ থাকিব নোৱাৰে।

যোচেফৰ ভৰিটো ফুলি গৈছিল। কাড় পাতৰ ফালৰ বিষ তাৰ ভৰিৰ পৰা লাহে লাহে বিয়পি গৈছিল। তেতিয়ালৈকে জ্ঞান অহা নাছিল যোচেফৰ। যোচেফৰ বেডৰ ওচৰত ঘণ্টাৰ পিচত ঘণ্টা মনে মনে বহিথকা অশান্তলৈ নাৰ্চবোৰে কেৰাহিঁকৈ চাইছিল। অন্য বেডৰ ৰোগী বোৰেও চাইছিল। ডাক্তৰ বোৰেও চাইছিল। অসংযত বেশভূশাৰে এই অনিন্দ্য সুন্দৰ যুৱকজনৰ গহীন, ভাবুক চকুহুটাৰ চাৱনি দেখি সিহঁতৰো বুকুবোৰ বেদনাত টন্‌টনাই গৈছিল। গহীন মুখেৰে যোচেফক পৰীক্ষা কৰি ওলাই যোৱা ডাক্তৰ সকলৰ মুখলৈ চাই অশান্তই সৰ্বনাশৰ ছায়া দেখিলে। সেইদিনাই যোচেফৰ ভায়েক আৰু দেউতাক আহি পালে। যোচেফৰ ভৰিখন—ভীষণ ভাৱে ফুলি গৈছে। বাতিপুৱা দহ মিনিটমানলৈ জ্ঞান আহিছিল। অসহ্য বিষত সি আকৌ জ্ঞান হেৰুৱালে। কামালো দিনটো অশান্তৰ লগতে থাকে।

"আপুনি অলপ বাহিৰলৈ আহকচোন।"

"যোচেফক পৰীক্ষা কৰিবলৈ অহা ডাক্তৰ জনে অশান্তক বাহিৰলৈ মাতিলে।

"আপোনাৰ নামটো কব নেকি ?" ডাক্তৰে গহীন সুৰত সুধিলে।

"মই অশান্ত বৰুৱা।"

"মাতৃ সংঘৰ ?"

"হয়।"

"নমস্কাৰ, মোৰ লৰাটোও "মাতৃসংঘৰ" কৰ্মী। আপোনাৰ নাম শুনিছো। কিন্তু—যোচেফ থমাচ কি হয় তোমাৰ ?" ডাক্তৰে 'তুমি' বুলি কলে। তেওঁ সামান্য অৱাক হৈছিল।

যোচেফ তাৰ কি হয় কেনেকৈ বুজাব অশান্তই ? যোচেফ মোৰ বহুত কিবা কিবি হয় ডাক্তৰ। কি সি—সি ভাল হবতো ?”

অশান্তলৈ সামান্য সময় চাই থাকি মুখখন উভতাই ললে ডাক্তৰ-জনে। অইন ফালে চাই থাকি গহীন ভাবে কলে—

“ভালহব। কিন্তু কাড়ঁ লগা ভৰিখন কাটি পেলাব লাগিব।”

যোচেফ।

মৰম লবা। তোমালৈ চিঠিখন লিখিবলৈ লৈ হাতখন কঁপিছে। ভাবিছো তুমি কিজানি ইয়াক অনুকম্পা বুলি ভাবা, পুতৌ বুলি লোঁৱা—। তথাপি লিখিছো। তোমাৰ খবৰ পাই কষ্ট হলেও মোৰ চকুপানী বাগৰা নাই জানা যোচেফ। দেউতাৰ চিতাৰ জুইত হাতদি মই স্থিৰ হৈছো। কেতিয়াও নাকান্দো। চাওঁ কিমান দুখ মই পাব পাৰো। দেশখনক ৰক্ষা কৰিবলৈ গৈ মোৰ কলিজাখন কিমানবাৰ ক্ষত বিক্ষত হয়। মই চকু মেলি চাই লব খোজো। সমীৰণ মৰোতেওঁ সেয়ে মই এটোপো চকুলো পেলোৱা নাই। এতিয়াও সেই কাৰণেই নাই।

যোচেফ—তুমি ভাল হৈ উঠা। আমাৰ আৰু বহুত কাম কৰিবলৈ বাকী আছে। তুমি ভৰি এখনহে হেৰুৱাইছা। যাবলৈ দিয়া। আৰু বহুতৰ কথা মনত পেলোৱঁাচোন। এটা কথা মনত ৰাখিবা তুমি “মাতৃ সংঘৰ” লবা। পঙ্গুত্বৰ স্থবিৰতা তোমাৰ বাবে নহয়।

বেছি নিলিখো। মই চেতনাৰ তালৈ যাবলৈ ওলাইছো। বৰপেটাৰ ফালে যাম। মধু বৈশ্যহঁতৰ ঘৰলৈ যাম কিজানি। অশান্ত, পৃথিৱী, কামাল হঁতক মোৰ মৰম জনাবা। তুমিও মোৰ মৰম লবা।

তোমাৰ
প্ৰীতিকণা।

যোচেফে চিঠিখন জপাই থলে। তাৰ বুকুৰ পৰা এটা হুমুনিয়াহ সৰি পৰিল। সঁচা কথা তাৰ মন ভাগি যোৱা নাই। কিন্তু এই পঙ্গু শৰীৰলৈ কিমানখিনিয়েই বা সি কৰিব পাৰিব ? প্ৰীতিকণাৰ চিঠিখনকে সি আকৌ মনত পেলালে···



“যোচেফ—তুমি ভালহৈ উঠা। আমাৰ বহুত কাম কৰিবলৈ আছে···।” “তুমি ভৰি এখনহে হেৰুৱাইছা···যাবলৈ দিয়া।”

“তুমি মাতৃ সংঘৰ লৰা। পঙ্গুত্বৰ স্থবিৰতা তোমাৰ বাবে নহয়।”

···সি কৰিব—। সম্পূৰ্ণ সুস্থ হৈ উঠিলেই সি আকৌ বাগানে বাগানে মজদুৰ লাইনে লাইনে ঘূৰিব। শিকক—“চোৱা তোমালোকে মোক ভুল বুজি আঘাট কৰিছা কিন্তু মই তোমালোকৰ ওচৰলৈ ক্ষমা আৰু শান্তি বাণী লৈ উলটি আহিছো।

প্ৰতিজন মজদুৰ যুৱকৰ হাতত ধৰি ধৰি সি বুজাব—

“মোক মাৰিছা মাৰা, কিন্তু অসমৰে অসমীয়া হৈ জাতিটোৰ এই মৰণপণ সংগ্ৰামক বিশ্বাসঘাটকতা নকৰিবা। এইখন তোমাৰ দেশ—তোমালোকক যি উচতাইছে অসমৰ লগত অসমীয়াৰ লগত সিহঁতৰহে আত্মিক সম্বন্ধ নাই।”

···যোচেফে মুখখন ঘূৰাই এফালে আওঁজাই থোৱা পেং হুদাল লৈ চালে। কব নোৱাৰাকৈয়ে তাৰ হাতখন বুকুলৈ গুচি আহিল। বুকুত চেইনডালৰ সৈতে থকা ক্ৰচডাল সি হাতেৰে খামুচি ধৰিলে···

০ ০ ০

। তেৰ ।

জুই—জুই—

অজস্ৰ মানুহৰ কোলাহলত বাৰণ্ডালৈ ওলাই চালে সমুদ্ৰই।
তাৰ হাতত এডাল লোৰ পাইপ। কিবা এটা বনাবলৈ লৈছিল সি।

উত্তৰকোণৰ আকাশখন ৰঙা হৈ গৈছে। ঘৰলৈ সোমাই পাইপদাল দলিয়াই দিলে সমুদ্ৰই। টেবিকটনৰ চাৰ্টটো আৰু চুৰেটোৰটো খুলি যাবলৈ ওলাল।

"কলৈ যাব বাবা—?" মাকে আগভেটি ধৰিলে। সমুদ্ৰক তেওঁ চিনি পায়।

"জুই লাগিছে—।"

"জানো। তই যাব নালাগে বাবা। মোৰ বুকুখন কঁপিছে।"

"তুমি যদি মোক বাধা দিয়া কেনেকৈ হব মা। পৃথিৱীহঁতো সেই ফালে থাকে। খুব বেছিকৈ লাগিছে। কোনোবাই লগাই দিছে কিজানি।"

"কিন্তু—"

"উপায় নাই মা—মই যাবই লাগিব। এয়া মোৰ কৰ্তব্য। চাওঁ—।"

"যা বাবা—।"

মাকৰ মুখলৈ এবাৰ চাই লৰালৰিকৈ ওলাই গ'ল সমুদ্ৰ।

দুৱাৰত মুৰটো পেলাই অপসৃয়মান সমুদ্ৰলৈ একেথৰে চাই থাকিল মাকে। চাই থাকিল দৈত্যৰ দৰে অসুন্দৰ, বলী তেওঁৰ একমাত্ৰ লৰাটোলৈ।

পৃথিৱীহঁতৰ ঘৰৰ ওচৰে পাজৰে কেবাটাও ঘৰত জুই লাগিছিল। জ্বলি আছিল ঘৰ কেইটা।

"মা—আ—আ—"



এটা মুমুৰ্ষ আৰ্তচিৎকাৰ শুনি সমুদ্ৰই দুগুণ জোৰে দৌৰি গ'ল। ঘৰ কেইটাৰ সন্মুখত বহুত মানুহ। সমুদ্ৰই দূৰৰ পৰা চিঞৰি সুধিলে—

"কি হ'ল?"

"সমুদ্ৰ—দৌৰি আহি তাৰ হাত দুখন সাৱতি ধৰিলে পৃথিৱীয়ে।

"ৰাজুক বচোৱা সমুদ্ৰ। সি—সি ওলাব পৰা নাই।"

পৃথিৱীৰ হাত দুখন আলফুলকৈ আতৰাই এক মূহূৰ্তলৈ সমুদ্ৰই পৃথিৱীৰ চকুলৈ চালে তাৰ পাচত দৌৰি জ্বলি থকা ঘৰটোলৈ সোমাই গ'ল। পিচফালে বহুত মানুহে চিঁঞৰি ছিল। সমুদ্ৰই ভ্ৰুক্ষেপ নকৰিলে।

"ৰা—জু—ক'ত?"

"মা-আ-আ—" ধোঁৱা আৰু জুইৰ তাপত মৃতপ্ৰায় হোৱা বলীয়াৰ দৰে বাট বিচাৰি ফুৰা পৃথিৰাজক সমুদ্ৰই দাঙি ললে। জুইৰ তাপলৈ আওকান কৰি সি বাট বিছাৰি লৈ দুৱাৰ মুখলৈ আহিল। ধোঁৱাত তাৰ উশাহ বন্ধহৈ যোৱাৰ উপক্ৰম হৈছিল। হঠাতে ওপৰলৈ চাই সমুদ্ৰই সমষ্ট শক্তিৰে পৃথিৰাজক বাহিৰলৈ দলিয়াই দিলে—সেই মুহূৰ্ততে সমষ্ট ঘৰটো হুৰ্‌মুৰকৈ সমুদ্ৰৰ মুৰৰ ওপৰত খহি পৰিল।

স-মু-দ্-ৰ······

এটা আৰ্তচিৎকাৰ কৰি দৌৰি আহিল পৃথিৱী। সেই মুহূৰ্ততে কোনোবাই তাইক সাৱতি ধৰিলে। এটা বুকু ভাগি যোৱা চিঁঞৰ মাৰি পৰি গ'ল পৃথিৱী।

"এয়া—তুমি কি কৰিলা সমুদ্ৰ ···" অজ্ঞান হৈ গ'ল পৃথিৱী।

জ্বলি জ্বলি নিঃশেষ হৈ গ'ল সমুদ্ৰ। কেৱল দি গ'ল—কিবা এটা পাম পাম বুলি গভীৰ প্ৰত্যাশাৰে বৈ বৈ বুকু ভৰা শূন্যতা লৈয়ে সি আঁতৰি গ'ল।

··· ··· ···

শান্তভাৱে থিয়হৈ আছিল মানুহজনী। অজস্ৰ মানুহৰ ভবিৰ খোজেৰে ঢাকখাই গৈছিল এটা বেয়া মানুহৰ কোনেও নগৰকা

চোতাল। মানুহজনীৰ চকুত অশ্ৰু নাছিল। দুৱাৰ মুখত থিয়হৈ শূন্য দৃষ্টিৰে তেওঁ চাই আছিল ৰভাৰ তলিত গোট খোৱা মানুহবোৰলৈ। শ্বহীদ বেদীৰ ঢকা কাপোৰখন বহুকেইজন লৰাছোৱালীৰ চকুৰে সৰি পৰা তপত চকুলোৰে তিতি গৈছিল। তললৈ মূৰ কৰি বহি আছিল বিজু, মৰিয়ম, প্ৰত্যুষ, প্ৰদীপ, নীলাঞ্জন, বিদিশা, কামাল হঁত। একাষে পঙ্গু যোচেফৰ পেং মাৰি দুডাল কোচত'লৈ মনে মনে বহি আছিল। পৃথিৰাজ আৰু বিজু শৰীৰৰ কেৱাঠাইতো বেণ্ডেজ। শ্বহীদ বেদীৰ পৰা বহুত দূৰৈত এটা খুটাত আওঁজি একেথৰে চাই আছিল পৃথিৱীয়ে। তাই দৃষ্টিত কোনো অভিব্যক্তি নাই। তাইৰ বুকুত ধুমুহা। অপ্ৰকাশৰ ধুমহা। এটা অব্যক্ত ইচ্ছা সমগ্ৰ পৃথিৱীৰ সন্মুখত তাই যেন চিঁঞৰি চিঁঞৰি কব সমুদ্ৰ মৰা নাই—সমুদ্ৰক হত্যা কৰা হৈছে—পৃথিৱী চলিহা নামৰ এজনী নিষ্ঠুৰ ৰাক্ষসীয়ে তিলতিলকৈ হত্যা কৰিছে সমুদ্ৰ নামৰ এটা সৰলতাক।

"জানো পৃথিৱী মই বৰ অসুন্দৰ। কিন্তু তুমিতো মোক বেয়া বুলি নাভাবা…।"

"মই এটা গুণ্ডা পৃথিৱী, মোক মানুহ কৰিবৰ চেষ্টা কৰিছা কিয় ?"

"মই অমানুহ হৈ জীয়াই থাকিব খোজো, মানুহ কৰি তুমি মোক মাৰি নেপেলাবা পৃথিৱী…"

"হয়তো মই ভাল হলোহেঁতেন কিন্তু এই ভদ্ৰ সমাজখনেই মোক ভাল হবলৈ নিদিলে…"

"মাজনী—" ঢলি পৰি যাব খোজা পৃথিৱীক সমুদ্ৰৰ মাকে বুকুৰ মাজলৈ টানি আনিলে।

সমুদ্ৰক—সমুদ্ৰক মযেই মাৰিলো মা—মোক ক্ষমা কৰক প্লি-জ্ মোক ক্ষমা কৰক। তাক-, তাকযে মযেই মৰিবলৈ পঠিয়াইছিলো…

উচ্ছসিত কান্দোনত হাজাৰ জন মানুহৰ সন্মুখত ভাগি পৰিল পৃথিৱী।

০ ০ ০

॥ চৈধ্য ॥

সেইদিনাই বাসৱ আহিছিল।

অশান্তও সেই দিনাই ঘৰলৈ আহিছিল। আহিছিল নহয় মাৰ্ঘেৰিটাৰ পৰা বহুত দূৰৈত এখন গাৱঁত জ্বৰত অজ্ঞান হৈ পৰি থকা অশান্তক প্ৰকাশ আৰু পৃথিৰাজে বিজুৰ মুখে খবৰ পাই লৈ আহিছিল।

অশান্তৰ বিচনাৰ কাষত, বিজু, পৃথিৱী, মৰিয়ম, প্ৰত্যুষ আৰু পৃথিৰাজৰ সৈতে প্ৰকাশে মনে মনে বহি আছিল। অশান্তহঁতৰ পৰিয়ালৰ আটাই কেইজনেই সেইটো কমত গোট খাইছিল।

এনেতে বাহিৰত নিম্ন স্বৰত কোনোবাই মতা শুনি অশান্তৰ ককায়েকে দুৱাৰ খুলি দিলেগৈ।

"বাসৱ"

"—অশান্ত ক'ত ককাইদেউ ?" হাতত এটা দুনলীয়া বন্দুক লৈ থিয়হৈ থকা বাসৱক ককায়েকে বাট এৰি দিছিল।

"ভিতৰলৈ আহাঁ।"

দুৱাৰ মুখত বাসৱক দেখি উচপ খাই উঠিছিল আটাইবোৰ মানুহ। এয়া যেন আগৰ বাসৱ নহয়। এমাহৰ অজ্ঞাত বাসৰপৰা যেন বাসৱে একুৰা জুই হৈ উলটি আহিছে। তাৰ মুখখন সামান্য খিনাইছে। এটা কলা ৰঙৰ জেকেট পিন্ধি আহিছে সি। বা-স-ৱ উঠিবহিব খোজা অশান্তক মাকে জোৰকৈ শুৱাই দিলে।

"আস্ মোৰ একো নহয়—। বাসৱ আহ।"

"জ্বৰ ?" নিৰ্ব্বিকাৰ ভাবে সুধিলে বাসৱে।

"অ—। ক'ৰপৰা ওলালাহি বাসৱ—এইদৰে ?" মাকে উদ্বিগ্ন স্বৰত সুধিলে।

"বহুত দূৰৈৰ পৰা আহিছো মা—। বাসৱে নৰোৰেকলৈ চাই কলে—। ভাত খাম নৰো।"

"অ'—ভাত হৈয়ে আছে। পাকঘৰৰলৈকে আহাঁ বাসৱ।"

"সকলোলৈ এবাৰ চাই দুই এটা সাধাৰণ কথাপাতি বাসৱ ভিতৰলৈ সোমাই গৈছিল।

"ক'ৰ পৰা আহিল বাৰু বাসৱদাটো ?" মৰিয়মে মৰহা মাতেৰে কলে।

"ক'লেহে—।" অশান্তৰ ককায়েকে লাহেকৈ কলে। সিহঁতৰ সকলোৰে চকু দুৱাৰৰ এচকুত আওঁজাই থোৱা বন্দুকটোৰ ওপৰত। অশান্তৰ দেউতাক ভিতৰলৈ উঠি গৈছিল।

"কেইদিন ভাত খোৱা নাই ?" বাপেকে খঙৰ সুৰত সুধিলে।

"নাখাবলৈ হৈছে কি ? খাইছোৱে দেখোন।"

"বন্দুক ক'ত পালা ?"

ভাত খাই থকাৰ পৰা মূৰ তুলি বাপেকৰ মুখলৈ চালে বাসৱে। তাৰ পিচত তললৈ মূৰ কৰি লাহে লাহে কলে—

"সেয়া কোৱা কথা নহয় খুড়াদেউ।...."

"মৰিবলৈ ওলাইছা ?" টান মাতেৰে সুধিলে অশান্তৰ দেউতাকে। ডেকা লৰাৰ এই ৰূপটোৰ অৰ্থ ভালদৰে জানে তেওঁ।

"মৰিয়েইতো আছো খুড়াদেউ।"

"ওঁ—ভাল কথা—এই পথৰ দূৰত্ব কিমান জানা ?"

"নাজানো—জানিবলৈ চেষ্টাও কৰা নাই।"

"ভাগৰি নপৰাতো ?"

"আপোনালোকে আশীৰ্ব্বাদ কৰিলে নপৰিম বোধ কৰো খুড়াদেউ।" একো নকৈ ওলাই আহিছিল এসময়ৰ দুৰ্দ্দান্ত সাহসী সন্ত্ৰাসবাদী নবীন বৰুৱা। ফুলকুমলীয়া লৰাজাকৰ চৰম ত্যাগৰ বাবে এই কষ্টসাধ্য প্ৰস্তুতি দেখি চকু দুটা পানীৰে ভৰি পৰিছিল তেওঁৰ।

"বাসৱ—" দুৱাৰ মুখৰ পৰা আগুৱাই গৈছিল পৃথিৱী। মুৰু নোতোলা কৈয়ে বাসৱে উত্তৰ দিলে—

"কোঁৱা পৃথিৱী।"



"সমুদ্ৰ শ্বহীদ হল জানা ?" কিবা এক ধৰণৰ সুৰেৰে পৃথিৱীয়ে সুধিলে।

"জানো।"

"তুমি নাজানা।" পৃথিৱীয়ে টান মাতেৰে কলে।

"জানো পৃথিৱী।"

"সমুদ্ৰ কিয় মৰিল তুমি জানা ?" পৃথিৱীয়ে ভগা মাতেৰে সুধিলে।

"মই জানো।"

"নাজানা বাসৱ ! তুমি নাজানা। সমুদ্ৰ মোৰ কাৰনেই মৰিল।" পৃথিৱীৰ মাতটো কিবা এক ধৰণৰে ওলাইছিল—

আৰু—আৰু তুমিও এতিয়া যাবলৈ ওলাইছা নহয় ?

"পৃথিৱী—তুমি বৰ কিবা কিবি ভাবি থাকা। চাওঁ তুমি অশান্তৰ ওচৰলৈ যোৱা।" নবৌৱেকে কলে। সকলো সময়তে চিন্তা কৰি কৰি কিবা হৈ যোৱা পৃথিৱীজনীক নৱৌৱেকে অপত্য মৰমৰ দৃষ্টিৰে চাই—

"ৰ'ব নৱৌ-বাসৱক কথা কেইটা মান সুধি লঁও।"

"বাসৱ—"

"কোঁৱা—।"

"এই প্ৰস্তুতি কিহৰ বাবে ?"

"তুমিও জানা পৃথিৱী।"

"এই পথ জানো সাফল্যৰ বাসৱ ?"

"বাসৱ উঠি আহিল। মুখখন ধুই হাতখন মচি লৈ পৃথিৱীৰ ওচৰলৈ আহি থিয় হ'ল—

"মোক সাফল্য নালাগে মোৰ আই, ভনীৰ ইজ্জৎ উভতাই লাগে—তুমিয়েই কোঁৱা পৃথিৱী—

মিনতিৰ সতীত্ব হৰণৰ প্ৰতিশোধ লব নলাগে ?

"বাসৱ—"

"কোঁৱা—সমুদ্ৰৰ প্ৰতিশোধ লব নালাগে ?"

"বাস-ৰ ।"

"দিনৰ পিচত দিন ধৰি চলি অহা অত্যাচাৰ উৎপীড়ন মুৰ গুজি সহ্য কৰিলে লাভ হব ?"

"বাসৰ—পৃথিৱীয়ে ধীৰ স্বৰে কলে। —এটাৰ পিচত এটাকৈ সকলো হেৰুৱাইছো বাসৰ। এইবাৰ হয়তো তোমাকো হেৰুৱাব লাগিব।"

"আক্ষেপ কিহৰ ? অকল মোকেই নহয়—আৰু বহুজনক হেৰুৱাবলৈ প্ৰস্তুত থাকা পৃথিৱী। ব'লা অশান্তৰ কমলৈ যাওঁ।"

নৰৌৰেক, বাসৰ আৰু পৃথিৱী ওলাই আহিল। পৃথিৱীয়ে আগুৱাই দিয়া চকীখনত বহি বাসৰে কৈ গ'ল—

"মাৰি থৈ আহিছো অশান্ত। মিনতিহঁতৰ সতীত্ব কাঢ়ি নিয়া আটাই কেইটা ৰাক্ষসকে বিচাৰি বিচাৰি মাৰি থৈ আহিছো…"

এটা এটা কৈ সমষ্ট ঘটনা কৈ গৈছিল বাসৰে। সশস্ত্ৰ বিদ্ৰোহী দলত যোগদিয়া কথাও কৈছিল।

"মই আৰু পোন্ধৰ মিনিটৰ পাচতেই যাম। আৰু কেতিয়াকৈ দেখা হয় থিক নাই।" বাসৰে ঘড়িলৈ চালে—

শেতা চকু দুটাৰ বিষণ্ণ দৃষ্টি তুলি অশান্তই কলে—

"তোক বাধা নিদিও। নিজলৈ লক্ষ্য ৰাখিবি বাসৰ। সেইটো পথেই কিজানিময়ো লব লাগিব। মই ভালহৈ উঠো বাসৰ।"

"ওঁহো—। সেই পথ তই লব নালাগে। তহঁতে 'মাতৃসংঘ'ৰ কাম চলাই যা। ময়ো নগলোহেতেন। উপায় নাই কাৰণেহে ওলালো। তহঁতৰ লগত একে লগে কাম কৰাৰ ভাগ্য হয়তো মোৰ আৰু নঘটিব।" বিজুভাইটি তুমি অলপ সাৱধানে ফুৰিবা। খবৰ পাইছো তোমাকো মাৰিবলৈ সিহঁতে চেষ্টা কৰি আছে।"

"বাসৰদা—সমুদ্ৰ ককাইদেউৰ বস্তু কেইটামান মোৰ লগত আছে। লৈ যাব। সেইবোৰ দেখি থাকিলে মোৰ ঘৰ এৰি গুচি যাবৰ মন যায়। সমুদ্ৰ ককাইদেউৰ মাকৰ বাবেহে একো নকৰো।"



"থৈ দিবা। মই লৈ যাম বাৰু। ওঁ—মৰিয়ম, তোমাৰ বিয়ালৈ শুভেচ্ছা থাকিল। জীয়াই থাকিলে আহিবৰ চেষ্টা কৰিম।"

"তেনেকৈ নকব বাসৰ দাদা। কান্দি পেলাইছিল মৰিয়মে। সেই সময়তে দুৱাৰত শব্দ হৈছিল। উৎকৰ্ণ হৈ শুনিছিল বাসৰে। তাৰ পাচত স্বস্তিৰ নিশ্বাস পেলাই কৈছিল—

"দুৱাৰ খন খুলি দিয়াগৈ পৃথিৰাজ।"

পৃথিৰাজৰ পিচে পিচে ক্ষীণকৈ লৰা এজন সোমাই আহিছিল। আটাইবোৰলৈ চকুফুৰাই অশান্তলৈ চাই সমত্বৰ সুৰেৰে সুধিছিল—

"অসুখ—?"

"অ'—?

"আপুনি অশান্ত বৰুৱা নহয় ? নমস্কাৰ।"

"—তুমি কোন ভাইটি ?"

"মই অসমৰ অসমীয়া লৰা। তাৰ বাহিৰে এই মুহূৰ্তত মোৰ আন পৰিচয় নাই ককাইদেউ।" লৰাটোৱে গভীৰ সুৰত কলে। তাৰ চকুদুটা উজ্জ্বল হৈ গৈছিল কথা কেইটা কওঁতে।

"ব'লক ককাইদেউ। সময় হ'ল।" বন্দুকটো তুলিলৈ ছিল লৰাটোৱে।

"কলৈ যাবা বাবা ?" সেমেকা মাতেৰে সুধিছিল মাকে।

"বহুদূৰ যাব লাগিব। একো ঠিক নাই। এই পুলিচ সোপাৰ পৰা জানো উপায় আছে। অঁহো মা—। ঘুৰি চাই পৃথিৰাজ, পূৰৱী, মৰিয়ম, বিজু, প্ৰকাশ, প্ৰত্যুষ আটাই বোৰকে মাত লগাই বাসৰ দুৱাৰ মুখলৈ আহিল। কিবা ভাবি হঠাৎ ৰৈ গ'ল। উভতি এক মুহূৰ্তলৈ অশান্তলৈ চাই থাকি কলে—

"পাহৰি গৈছিলো। খবৰ এটা তহঁতক দিয়াই নাই।"

"খবৰ ?"

"অঁ"—মিনতি মৰিল।" নিৰ্ব্বিকাৰ ভাবে কলে বাসৱে।

"বাস-ৱ।"

"তাই আত্মহত্যা কৰিলে—মই লগেই নাপালো। আঁহেদেই।"

এবাৰো পিচলৈ উলটি নাচাই ওলাই গৈছিল বাসৱ। সেউজৰে স্বপ্নৰচা এটা সহজ সুন্দৰ গাওঁৰ লৰাই এটা তেজ ৰঙা অনিৰ্দ্দিষ্ট পথলৈ।

• • •

## । পোন্ধৰ ।

বাৰে বাৰে এখন ক্ষীণ বগা মুখৰ ছবি চকুৰ আগত ভাঁহি উঠিছে। পৰিপাতিহীন চুলিৰে অযত্ন পালিত এখন মৰম লগা মুখ। সেই মুখ বিজুৰ। মৰিয়মহঁতৰ বিজুভাইটিৰ মৰমৰ, বৰ মৰমৰ।

... .... ...

বিজু নোহোৱা হৈছিল। অশান্তহঁতৰ লগত পৰা ঘৰলৈ ওভতাৰ পথ বিজু হেৰাই গৈছিল। হুলস্থুল লাগিছিল মাৰ্ঘেৰিটা চহৰত। সহজ, সুন্দৰ মাতৃহীন লৰাটোৰ উদ্বাপ্ত ভাষণ শুনি উদ্বেলিত হোৱা মাৰ্ঘেৰিটাৰ ৰাইজ স্তব্ধ হৈ ৰৈ গৈছিল খবৰটো শুনি। অশান্ত তেতিয়া জেলত। এসপ্তাহ আগতেই বাসৱৰ পমখেদি আহি অশান্তৰ লগত বাসৱৰ যোগাযোগ থকাৰ অভিযোগত মাজনিশা অসুখীয়া অশান্তক ধৰি লৈ গৈছিল। গাঁৱে—ভূঁঞে, গলিয়ে-পথাৰে পাগলৰ দৰে বিজুক বিছাৰি ফুৰিছিল, পৃথিৰাজ, প্ৰত্যুষ, প্ৰদীপ, নীলাঞ্জন, সুন্দৰ, অনলহঁতে। অসহায় হৈ লাইব্ৰেৰীত, ঘৰত, চটফটাই আছিল বিদিশা, পূৰবী, মৰিয়ম, পৃথিৱীহঁত, সিহঁতৰ মাক বোবে।

সম্পূৰ্ণ দুদিন পাচত দিহিঙৰ বালিত বিজুক পোৱা গৈছিল। তাৰ বুকু, পেট ফালি পেলোৱা হৈছিল। উবুৰি খাই বালিত পৰি আছিল তাৰ মৃতদেহটো। তাৰ বুকুত জাপখাই থকা সোঁহাত খনৰ মুঠিত তেতিয়াও ভৰাই থোৱা আছিল লকেটটো। সোনৰ চেইনদাল কোনোবাই চিঙিলৈ গৈছিল। লকেটটোৰ মাজত জিলিকি আছিল এখন ফটো—তাৰ মাকৰ ফটো।

বাউলী হৈ কান্দিছিল সমুদ্ৰৰ মাকে, মৰিয়মে, পূৰবীয়ে। দপ্ দপ্ কৈ জ্বলি থকা চিতাখনৰ চাৰিও ফালে নীৰৱে, নিমাতে থিয় হৈ আছিল—ৰবীন, পৃথিৱী, প্ৰত্যুষ, অনল, প্ৰকাশ, বিদিশা হঁতৰ লগত চহৰৰ অগনন জনতা। বহুদূৰৈত এজোপা গছৰ তলত থিয় হৈ আছিল এজন যুৱক উদাস দৃষ্টিৰে চাই আছিল। দুদাল পেং মাৰিত

ভৰ দি থিয় হৈ থকা সেইজন পঙ্গু যুৱক—যোচেফ। চেইনত ওলোমাই লোৱা ক্ৰচদাল তেতিয়াও সি হাতেৰে খামুচি ধৰি ৰঙহীন ৰিক্ত দৃষ্টি মেলি দপ্ দপ্ কৈ জ্বলি উঠা চিতাখনৰ জুইলৈ চাই আছিল—সেই কুৱা জুইৰ মাজত জ্বলি জ্বলি শুই আছে চিৰদিন কাষে কাষে থাকি জীয়াৰ যুজত বটাধৰা এটা কোমল, তৰুণ প্ৰাণ—এটা জীৱন এটা প্ৰত্যাশা…

… … …

"শান্তিৰ পথ, সত্যৰ পথক, সিদ্ধিৰ পথ বুলি লৈ মই ভুল কৰিছিলো অশান্ত—" লোৰ দুৱাৰখনৰ সিপাৰে ৰ'ড বোৰ খামুচি ধৰি অশান্তই পৃথিৱীৰ কথা শুনিছিল। তাৰ সমষ্ট শৰীৰত কলা কলা দাগ। দুয়োখন হাতৰ আঙুলিৰ নখবোৰ তেতিয়াও নীলা পৰি আছিল। দুচকুত দীৰ্ঘদিনীয়া অনিদ্ৰাৰ সীমাহীন ক্লান্তি।

"মই এই পথ ত্যাগ কৰিবলৈ সিদ্ধান্ত লৈছো। বিজু গ'ল, সমুদ্ৰ গ'ল, সমীৰণ গ'ল, দিলীপ গ'ল, মধু গ'ল আৰু কিমানজনক এইদৰে মৰিবলৈ দিবা অশান্ত?"

বহুত চেষ্টাৰ স্বৰূপ পৃথিৱীহঁতে অশান্তক দেখা কৰাৰ অনুমতি পাইছিল। সশস্ত্ৰ বিৰোধী দলৰ লগত যোগাযোগ থকাৰ সন্দেহত অশান্তক এটাৰ পিচত আন এটা শাস্তি দিয়া হৈছিল। ৰাতিৰ পিচত ৰাতি তাক টোপনি যাবলৈ দিয়া হোৱা নাছিল। কোবাই কোবাই অশান্তৰ সৰ্ব্বাঙ্গ কলা কৰি পেলোৱা হৈছিল। দুৱাৰখনৰ সিপাৰে জেইলাৰৰ অনুমতি পাই ধীৰ খোজেৰে আহি থিয়হৈ আছিল অশান্ত। অত্যাচাৰে বিক্ষত কৰা অশান্তৰ ক্লিষ্ট মুখখন দেখি উচুপি উচুপি কান্দিছিল মৰিয়ম আৰু পূৰৱীয়ে। অশান্তৰ মাকে, নৰৌৱেকে অশান্তৰ গালে মুৰে হাতফুৰাই দি চকুপানী টুকিছিল। কন্দা নাছিল পৃথিৱীয়ে। খঙ, ক্ষোভ, বেদনাৰে মিশ্ৰিত অভিব্যক্তিৰে ৰঙাপৰা চকু কেইটা তুলি পৃথিৱীয়ে কৈছিল—



"অহিংসা নীতিৰে বহুদিন আমি চকুপানী নিগৰাই চালো—। সমুদ্ৰই কোৱাৰ দৰে বহুদিন আমি বহু তৰুণৰ বুকুৰ তেজৰ ওপৰত বহি শান্তিৰ ৰামধুন গালো। এনেকৈ আৰু কিমানদিন সহ্য কৰিবা অশান্ত? শান্তিৰ বিপৰীতে দমনৰ ষ্টীংগ্ৰ অস্ত্ৰৰ আঘাট, গান্ধীৰ বিপৰীতে হিটলাৰৰ জয়োল্লাস নিৰ্ব্বিবাদে কেনেকৈ মানি লবা?"

"মই তোমালোকক বাধা নিদিও পৃথিৱী। তোমালোকক সাফল্যৰ লোভ দেখুৱাই শান্তিৰ মন্ত্ৰেৰে, অহিংসাৰ মন্ত্ৰেৰে বান্ধি ৰাখিবলৈ মই অক্ষম। পৃথিৱী তোমালোকৰ আস্থাৰ "অশান্ত" হৈ মই কিজানি ভুল কৰিছিলো। এই অবিচল আস্থা বাস্তৱিকতে মোৰ প্ৰাপ্য নহয়। যোৱা পৃথিৱী 'মাতৃ সংঘ'ৰ নীতিৰ নাগপাশৰ পৰা মই তোমালোকক মুক্তি দিছো।

"নহয় অশান্ত—"

আটাই খিনিয়ে উভতি চালে। পেং মাৰিৰ শব্দ নকৰাকৈ কোনোবা সময়ত নিঃশব্দে আহি কথা শুনি আছিল যোচেফে। তাৰ খোলা বুকুত তেতিয়াও ক্ৰচ্ ডাল ওলমি আছিল।

"তোমালোকৰ ভুল হৈছে পৃথিৱী—। সত্যক কোনেও হত্যা কৰিব নোৱাৰে। অহিংসাৰ পথ অপ্ৰতিৰোধ্য। এই পথত সহস্ৰ বাধা বিঘিনিয়েও—পথিকক প্ৰতিৰোধ কৰিব নোৱাৰে। সংকল্পৰ দৃঢ়তা থাকিলে—সহস্ৰ নিৰ্যাতন, হত্যা, লুণ্ঠনেও এই পথৰ অপ্ৰতিৰোধ্য অন্তৰায় হৈ থিয় দিব নোৱাৰে। মনভাঙি নেপেলাবা পৃথিৱী। সমীৰণ গ'ল, সমুদ্ৰ গ'ল, বিজু গ'ল—যাওক। আৰু সহস্ৰজন সমীৰণৰ সমুদ্ৰৰ, বিজুৰ জন্ম হব। এজন অশান্তক সিঁহতে জেলত ভৰাই থব—। থওক—আৰু সহস্ৰজন অশান্তই জেলৰ বাহিৰত নেতৃত্বৰ বাঘজৰী হাতত তুলি লব—।

এয়া চোঁৱা পৃথিৱী—যীশুকো—সত্যৰ, যুক্তিৰ, অহিংসাৰ মানৱতাৰ বাণী প্ৰচাৰ কৰাৰ অপৰাধত ক্ৰুচবিদ্ধ কৰোৱা হৈছিল। যীশুৰ কোমল শৰীৰত হিংসাৰ লৌহ জাল বিদ্ধ কৰি ৰক্তপাত ঘটাই হত্যা কৰা

হৈছিল। ক'তা? যীশুতো নমৰিল? শতসহস্ৰ পৃথিৱীৰ মানুহৰ বক্ষে বক্ষে শান্তিৰ দূত হৈ যীশু—অমৰ হৈ জীয়াই থাকিল।

চিৰদিন অহিংসাৰ বাবে যুজি যোৱা, মানৱতাৰ উপাসক মহাত্মা-গান্ধীকো হত্যাকৰা হৈছিল নিষ্ঠুৰ ভাবে গুলিয়াই। ক'তা? গান্ধীতো নমৰিল? সমগ্ৰ ভাৰতবাসীৰ অন্তৰে অন্তৰে গান্ধী জীয়াই থাকিল। মৃত্যুহীন অহিংসা লৈ।

মোৰ এখন ভৰি কাটি পেলোৱা হৈছে। সিঁহতক মই ক্ষমা কৰি দিছোঁ। সিহঁতে বুজা নাছিল কাৰণে। আজি সিহঁতে বুজিছে। সেয়ে গীৰ্জাৰ ঘণ্টাধ্বনিৰ মাজেৰে আজিকালি ডাহি আহে শান্তিৰ আৰু ক্ষমা প্ৰাৰ্থনাৰ সুৰ।

ভুল নকৰিবা পৃথিৱী—পথ ভুল নকৰিবা।" ক্ৰোচৰ খট্ খট্ শব্দ কৰি লাহে লাহে আতৰি গৈছিল যোচেফ। স্তব্ধ হৈ থিয় হৈ আছিল পৃথিৱী, মৰিয়ম, পূৰৱী অশান্ত হঁত।

॥ উপসংহাৰ ॥

কুৰি বছৰৰ পিছত।

চাৰিও ফালে উখল মাখল। আনন্দ—হাঁহি—গান উৎসব। নতুন শতিকাৰ আদৰণীত মানুহবোৰ মতলীয়া। বাটে ঘাটে ৰঙীন উজ্বল পোচাকেৰে জাক জাক হাঁহিৰে উজ্বল মানুহৰ সমদল। পোহৰ আৰু পোহৰ। বাটে বাটে ফুল, ৰঙীন পতাকা—বেলুনৰ সমাৰোহ। কালিলৈ এক জানুৱাৰী। ঘৰত কোনো নাই। কিন্তু এই মুহূৰ্ত্তত তেওঁ একো কৰা নাই। নতুন পাতল ৰঙৰ দামী কাপোৰ যোৰ বিচনাৰ ওপৰতে পৰি আছে। তেওঁ পিন্ধা নাই। পিন্ধিবৰ মন যোৱা নাই। শোৱা কোঠাৰ খিৰিকিৰ মুখত তেওঁ—বাহিৰলৈ চাই আছে। তেওঁৰ চকুৰ দৃষ্টি উদাস। ৰিক্ত। ৰঙ হীন।

আজি পৃথিৱী আহিব। পৃথিৱী বৰুৱা। ওঁ—পৃথিৱী বৰুৱা। জেলত সম্পূৰ্ণ দুটা বছৰ থাকি ওলাই আহিছিল অশান্ত। অশান্ত—বৰুৱা নহয়—অনিন্দ্য সুন্দৰ, স্বাস্থ্যবান অশান্ত বৰুৱা—মৰিয়ম হঁতৰ মৰমৰ অশান্ত নহয়—অশান্তদাৰ কংকাল অশান্ত বৰুৱাৰ প্ৰেতাত্মা। বুকুৰ ভিতৰত কলিজাৰ কোঁহে কোঁহে ক্ষয় ৰোগৰ বীজাণু পুহি পুহি—নিশ্চিন্ত মৃত্যুৰ মুখলৈ এখোজ দুখোজ কৈ আগবাঢ়ি গৈছিল এটা সম্ভাৱনা ময় জীৱন। পৃথিৱীয়ে ইতিমধ্যেই এম, এ পাঁচ কৰি চাকৰি এটাত সোমাইছিল। তাৰ মাজতেই এটা মৃত্যু মুখী জীৱনৰ লগত নিজৰ জীৱনটো বান্ধি দি—পৃথিৱী বৰুৱা হৈ গৈছিল। আজি পৃথিৱী আহিব। যোচেফো আহিব। দীঘল বগা হলো চোলা পিন্ধা—পাদ্ৰ যোচেফ। ক্ৰোচত ভৰ দি—মাইকৰ সন্মুখত গম্ভীৰ সুৰেৰে কিবা কব। নিজৰ শুভ্ৰ চুলিকোচাত হাত বুলাই বুলাই—বেগম মৰিয়মলৈ চাই হয়তো হাঁহিব। ৰিয়াজক, প্ৰতিমাক বুকুত সাৱতি হয়তো মৰমেৰে উপচাই দিব। পৃথিৱীবাৰ মুখত, যোচেফৰ মুখত বহুত বছৰৰ মূৰত মৰিয়মে হয়তো শুনিব—এটা মিঠা উচ্চাৰণ—

"মৰিয়ম ভন্টি।"

শুভ্ৰ কাপোৰ সাজেৰে বৃদ্ধা পৃথিৱীৰ ক্লিষ্ট মুখখনলৈ চাব পাৰিব জানো বেগম মৰিয়মে—? পৃথিৱী আগৰ দৰে আছে জানো ?

কলেজৰ আৰু লাইব্ৰেৰীৰ অজস্ৰ কিতাপৰ মাজত নিজকে হেৰুৱাই পেলোৱা পৃথিৱীবাই আগৰ দৰে উজ্জ্বল হাঁহিৰে মুখখন ভৰাই কৰ পাৰিবনে—

"মোৰো কেতিয়াবা সৰু হৈ থাকিবৰ বৰ মন যায় হে মৰিয়ম। মোৰো কেতিয়াবা জপিয়াই, গান গাই ফুৰিবলৈ মন যায়—।"

সেই পৃথিৱীবা—ধেমেলীয়া পৃথিৱীবা—আজি কালি কলৈকো নোলায়। অশান্তৰ লাইব্ৰেৰী অজস্ৰ কিতাপৰ মাজত তাইৰ মনটো বন্দী।

কেতিয়াবা পৃথিৰাজ যায়। কিতাপৰ পাতত ডুবি থকা পৃথিৱীৰ ওচৰত মনে মনে বহি থাকেগৈ। কেতিয়াবা জোৰ কৰি ফুৰিবলৈ ওলিয়াই লৈ যায়। যাব নোখোজে পৃথিৱীয়ে। পৃথিৰাজৰ শুভ্ৰ কপালৰ পোৰা দাগটোৱে তাইৰ বুকুখন পুৰি পেলাব খোজে। আন কলৈকো নাযায় পৃথিৱী—নাযায় নহয় যায়। শাৰী শাৰীকৈ পকাৰে বন্ধাই থোৱা অশান্ত, সমুদ্ৰ, বিজুৰ সমাধিৰ কাষত মনে মনে বহি থাকেগৈ। যায়—বাসৱৰ পামৰ মাটিত গঢ়ি উঠা—মহিলা সেৱাশ্ৰমৰ নিঃস্ব নাৰীৰ চকুলো আচলেৰে মচিদি—নিজে নকন্দাকৈ উভতি আহে। নাকান্দে পৃথিৱীয়ে। নাকান্দিবলৈ তাই মন বান্ধিছে। কেতিয়াবা যায়—বহুদূৰৰ কোনোবা বাগানৰ মাজত চাৰ্চৰ কাষৰ সৰু জুপুৰীটোলৈ। ধৰ্মযাজক হৈ শান্তিৰ বাণী কঢ়িয়াই মজদুৰ লাইনৰ মাজে মাজে ঘূৰি ফুৰা পাহু বৃদ্ধ যোচেফৰ হাতৰ তলুৱাত মূৰটো পেলাই একান্ত মনে বাইবেলৰ বাণী শুনে। হয়তো কেতিয়াবা এষাৰো কথা নপতাকৈয়ে উলটি আহে। প্ৰাৰ্থনাৰত যোচেফৰ আওঁজাই থোৱা পেং দুদালত এবাৰ হাত ফুৰাই মনে মনে তল মূৰকৈ উভতি আহে।



বহুদিনৰ মূৰত বাসৱৰ পৰা কেতিয়াবা চিঠি পায় পৃথিৱীয়ে। বাসৱে —চুটিকৈ—কোনোৱে নজনা ঠাইৰ পৰা লিখে—

পৃথিৱী,

বহুত দূৰৈৰ পৰা লিখিছো। ইয়াত গাড়ী ঘোঁৰা একো নচলে। মানুহো আনকি দেখিবলৈ নাই। চৰকাৰৰ চকুৰ আঁৰত সংগোপনে আমি ইয়াত ট্ৰেইনিং লৈছো।

কব নোৱাৰো পৃথিৱী—এই পথ সিদ্ধিৰ পথ হয়নে নহয়। কিন্তু যি পথেৰে এবাৰ ওলাই আহিলো শেষ নেদেখালৈকে মোৰ হয়তো আৰু উভতি যোৱা নহব।

মাজে মাজে এই অসহ্য শূন্যতাৰ পৰা—মানুহৰ ওচৰলৈ ল'ৰি যাবলৈ মন যায়...। মৃত্যুক শিৰতলৈ—, জননী উদ্ধাৰৰ প্ৰতিজ্ঞা বুকুত বান্ধি ওলাইছো পৃথিৱী। জীৱনৰ ওচৰলৈ ঘূৰি যাবলৈ আমাৰ ভাগ্য নাই......অশান্ত, সমুদ্ৰ, বিজু, ডেভিদ, সমীৰণৰ অদেহী আত্মাই মোক শয়নে, সপোনে আকুতি কৰে—সিহঁতৰ স্বপ্নৰ সফলতা লাগে।...

আঁহো পৃথিৱী। সময় পালে আকৌ লিখিম। এঠাইলৈ যাবলৈ ওলাইছো।

তোমাৰ

বাসৱ।

সেয়া বহুত আগৰ কথা। তাৰ পাচত বাসৱৰ চিঠি আৰু পোৱা নাই পৃথিৱীয়ে। একো খবৰেই পোৱা নাই। বাসৱো হয়তো হেৰাই গৈছে—পৃথিৱীয়ে নজনাকৈ। কোনে জানে ?

বহুদিনৰ মূৰে মূৰে মৰিয়মলৈ কেতিয়াবা চিঠি লিখে পৃথিৱীয়ে।

মৰিয়ম,

......দেশ খনৰ—সুফলা ৰূপ দেখিলে—বুকু তৃপ্তিত ভৰি যায়। প্ৰায়েই অশান্তৰ, বিজুৰ, সমুদ্ৰৰ ওচৰলৈ যাওঁ। মনে মনে কওঁ—চোঁৱা তোমালোকে। সমাধিৰ তলৰ পৰাই চোঁৱা—তোমালোকৰ সপোন সফল হৈছে।

...আৰু লিখে—

মোৰ বৃদ্ধ দেহত এতিয়াও জুই জ্বলে মৰিয়ম। আমাৰ আৰু প্ৰত্যুষ হঁতৰ ঘৰত জুইদিয়া বাচু দাসক বিৰাট জন সভাত ফুলৰ মালা পিন্ধা দেখিলে—তেজবোৰ উতলি আহে।...সেই দিনাৰ জুইৰ অভিশাপে গুৱাই দিয়া সমুদ্ৰৰ ওচৰলৈ যাওঁ—কওঁ—

সমুদ্ৰ তোমাক মই মিছাকৈয়ে মানুহ কৰিছিলো। মোৰ বুকুখন পুৰি চাই কৰি দি—ত্যাগৰ তীৰ্থত বাট বুলা তোমাক মই মিছাকৈয়ে—শান্তিৰ মন্ত্ৰ শিকাইছিলো। বাচু দাস হঁতক হত্যা কৰিবলৈ, সমুদ্ৰ তুমি অমানুহেই হৈ থাকিব লাগিছিল। হৃদয়হীন গুণ্ডা হৈয়ে থাকিব লাগিছিল....।

আৰু লিখে কেতিয়াবা—

মৰিয়ম,

বিজুৱে মোক প্ৰায়েই কৈছিল—"আপুনি এখন উপন্যাস লিখক না পৃথিৱীবা। আপোনাৰ মোৰ আৰু অশান্ত ককাইদেউ, যোচেফ ককাইদেউ, সমুদ্ৰ দাদা, মৰিয়মবাহঁতৰ—কাহিনীৰে আপুনি এখন ধুনীয়া উপন্যাসৰ সমল গোটাব পাৰিব। আপুনিতো এনেয়ো কিবা কিবি লিখে—। লিখক না—প্ৰদীপ, প্ৰত্যুষ, বিদিশা নীলাঞ্জন, অনল, ৰবীন, নিশা, জেউতি, পুতলি, মিনতিহঁতৰ কথা। পৃথিৱীক জনাই দিয়ক পৃথিৱীবা—ইতিহাসৰ দৃষ্টিৰ বাহিৰতো বহুত কাহিনী থাকি যায়—বুজাই দিয়ক পৃথিৱীবা—ইতিহাসৰ কাহিনীৰ অদৃশ্য ভেটি বহু সাধাৰণ, অসাধাৰণ ত্যাগ আৰু কষ্ট স্বীকাৰৰ ৰঙা ইটাৰ গাঠনিৰে গঠা হয়।

মৰিয়ম, মোৰ ভাষাৰ প্ৰৱাহ বহুদিন আগতেই একুৰা জুইত পুৰি চাই হৈ গৈছে—

সমুদ্ৰ, অশান্ত, যোচেফ, সমীৰণ, বিজু, প্ৰীতিকণা, ডেভিদ বাসৱ হঁতৰ অসফল সপোনবোৰক, আকাংক্ষাবোৰক মই লিখনিৰে ৰূপ দিব



নোৱাৰিম হয়তো। মৰিয়ম তুমিতো পাৰা—। লিখানা মৰিয়ম—মোৰ হৈ বিজু ভইটিৰ অনুৰোধটো তুমিয়েই ৰাখানা.........।

হুমুনিয়াহ কাঢ়িলে মৰিয়মে। উপন্যাস এখন লিখি উলিয়ালে তেওঁ। অৱশ্যে উপন্যাস হয়তো নহল এইখন। নতুনৰ ৰিয়াজ, মৃণাল, পঙ্কজ, ইনামূল হঁতৰ মনৰ সন্তুষ্টি আনিব পৰাকৈ ইয়াত হয়তো সাৱলীল লেখনি বদ্ধ প্ৰকাশ নহল। ভৱিষ্যতৰ ওঁঠত হাঁহি ফুটাই তোলাৰ দুৰ্বাৰ কামনাৰে জীৱনৰ, যৌৱনৰ সমষ্ট আহ্বান হেলাৰঙে আতৰাই এক ত্যাগসিদ্ধ বিৰামহীন যাত্ৰাত ওলোৱা—সমুদ্ৰ, বাসৱ হঁতৰ জীৱনক—কিমানেইবা শুদ্ধকৈ ফুটাই তুলিব পাৰিলে তেওঁ?

কালিলৈ দুপৰীয়া 'সাংস্কৃতি'ৰ উদ্বোধন কৰা হব। 'মাতৃ সংঘ'ৰ পুৰণা কৰ্মী সকলক আদৰণী জনোৱা হব...।

শুভ্ৰ কাপোৰ সাজেৰে—উকা সেঁউতাৰে পৃথিৱীয়ে হয়তো মঞ্চত উঠি দুআষাৰ কথা কব। কব—সেই কালচোৱাৰ কিছু ঘটনা। কিন্তু ঘটনা। কিন্তু পৃথিৱীয়ে জানো কব—এটা অসুন্দৰ জীৱনক ভাঙি চিঙি নতুনকৈ গঢ়ি অসাৱধানতা বশতঃ নিজ হাতে ভাঙি গুৰি কৰি পেলাইছিল পৃথিৱীয়ে? তাই জানো কব—এটা নিষ্ঠুৰ দৈত্যই তাৰ বুকুৰ সমষ্ট সুন্দৰতা থুপ খুৱাই এপাহি ফুলৰ মাজত নিহীত কৰি তাইৰ ভৰি পথানত অৰ্পন কৰিছিল? পৃথিৱীয়ে নকয়—কব নোৱাৰে। বহুজনৰ বুকুৰ মাজত সঞ্চিত বহুত ব্যথাৰ দৰে এই ব্যথা খিনিও পৃথিৱীৰ বুকুৰ মাজতে লুকাই থাকিব।

ত্যাগৰ এই বিৰতীহীন যাত্ৰাত—হয়তো আৰু বহুজন যোগ হব। নতুনৰ ভীৰত পৃথিৱীয়ে পাহৰি যাব—

পৃথিৱী চলিহা নামৰ এজনী সাধাৰণ ছোৱালীৰ অসাধাৰণ কষ্ট স্বীকাৰৰ কথা। পাহৰি যাব—যোচেফ থমাচ নামৰ এটা শিক্ষিত মজদুৰ লৰাৰ—যুক্তি সিদ্ধ আত্মনিয়োগৰ কথা। পাহৰি যাব—অত্যাচাৰ উৎপীড়নৰ গৰাহত পৰি নিঃশেষ হৈ যোৱা—অশান্ত বৰুৱা নামৰ এজন অনিন্দ্য সুন্দৰ সন্তামনাময় অপহৃত হোৱা এটা ৰাঙলী

সতীত্বৰ অশ্ৰুসজল ঘটনা। পাহৰি যাব—এন্ধাৰৰ পৰা পোহৰলৈ আহি পৱিত্ৰ শুভ্ৰাতাত হৃদয়ৰ সমষ্ট ঐশ্বৰ্য্য উজাৰি দি শূন্য হাতে উলটি যোৱা সমুদ্ৰ ফুকন নামৰ এটা অসুন্দৰ, নিষ্ঠুৰতাৰ, আত্মত্যাগৰ ইতিহাস।

বিজু সমীৰণ, অশান্ত, সমুদ্ৰইঁতৰ জীৱন কাহিনী। কেৱল ৰৈ যাব—অলপমান অশ্ৰুৰে, অলপমান ব্যথাৰে, অলপমান স্মৃতিৰে অশান্তৰ ভায়োলিন খন—পৃথিৱীৰ ডায়েৰী খন—বা—মৰিয়মৰ হাতত থকা বিজুৰ লকেটটো......।

সমাপ্ত